**TANI AGOM** : A Collection of Assamese Short Stories written by Dr Jatin Mipun and published by Sri Brajendra Nath Deka, Bishal Prakashan, Chanmari, Guwahati - 781003

First editon December, 2001 Price Rs Forty Two only

প্ৰকাশকঃ
ব্ৰজেন্দ্ৰ নাথ ডেকা
বিশাল প্ৰকাশন
চানমাৰি
গুৱাহাটী-৭৮১০০৩

পৰিবেশক ঃ
ষ্টুডেণ্টচ্ ষ্টো'ৰচ্
কলেজ হোষ্টেল ৰোড
গুৱাহাটী- ৭৮১০০১

প্ৰচ্ছদঃ পদ্ম সিংহ

প্ৰথম প্ৰকাশঃ
ডিচেম্বৰ ২০০১
BP-01-JM-01

মূল্যঃ ৪২ টকা

**মুদ্ৰণঃ**
**মিলেনিয়াম গ্ৰাফিক্স**
**অম্বিকাগিৰী নগৰ**
**গুৱাহাটী-২৪**
**ফোনঃ ২০০১২১**

উৎসৰ্গা

মোৰ কেইবাটাও গল্পত স্থান পোৱা

দুবেলা দুমুঠি ভাতৰ বাবে

হাহাকাৰ কৰি থাকি-বলগায়া হোৱা

অসমৰ বানপীড়িত ৰাইজলৈ-

# লেখকৰ দুআষাৰ

মিচিং ভাষাত 'তানি আগম'ৰ অৰ্থ হ'ল মানৱ ভাষা বা মানুহৰ ভাষা। সেয়ে মিচিং মানুহৰ ভাষাক তেওঁলোকে মিচিং আগম বা মিচিং ভাষা বুলি কয়। একেই অৰ্থত অসমীয়া ভাষা, হিন্দী ভাষা, ইংৰাজী ভাষা আদিৰ নামাকৰণ হৈছে। মাতৃ ভাষাৰ প্ৰবক্তাই বহুবোৰ কাৰণত মাতৃভাষাক অনিচ্ছাকৃতভাৱে হ'লেও অৱহেলা কৰে-এই কথাকে 'তানি আগম' নামৰ গল্পটিত পৰোক্ষভাৱে ক'ব বিচাৰিছোঁ। কিমান সাৰ্থক হৈছোঁ নাজানো।

এই গল্প সংকলনটি মোৰ দ্বিতীয় গল্প সংকলন। 'তানি আগম'কে ধৰি সংকলনটিত সন্নিবিষ্ট সকলো গল্পই ইতিমধ্যে কাকত-আলোচনীত প্ৰকাশ পাইছে। পাঠক-সমালোচকে গল্প কেইটিৰ দোষ-ত্ৰুটিখিনি আঙুলিয়াই দিলে গল্প লিখি থকাৰ উদ্‌গনি পাম বুলি আশা ৰ'ল। বিশাল প্ৰকাশনৰ শ্ৰীব্ৰজেন্দ্ৰ নাথ ডেকাই গল্প সংকলনটি প্ৰকাশৰ দায়িত্ব লৈ খুউব কম দিনৰ ভিতৰত প্ৰকাশ কৰি উলিওৱা বাবে তেখেতলৈ অশেষ ধন্যবাদ থাকিল।

— যতীন মিপুন
গুৱাহাটী
৬/১২/২০০১

# প্ৰাক্কথন — প্ৰকাশকৰ

আমি পৰম অনুগৃহীত, অনুপ্ৰাণিত আৰু ধন্য হৈছোঁ এই কাৰণেই যে ড° যতীন মিপুনৰ দৰে এগৰাকী স্বনামধন্য কথা সাহিত্যিকৰ সৃষ্টি 'বিশাল প্ৰকাশন'এ প্ৰকাশ কৰিবলৈ পাইছে। এইজনা লব্ধ প্ৰতিষ্ঠ জনজাতীয় লিখকৰ 'কাংকানৰ পৃথিৱীত', 'মিক্‌চিজিলি', 'দুপৰ নিশাৰ বাঁহীত', 'অসম দৰ্শন', 'The Mishings Development of a New Life Style' শীৰ্ষক উৎকৃষ্ট গ্ৰন্থৰাজি ইতিমধ্যেই পাঠকৰ পৰা ভূয়সী প্ৰশংসা লাভ কৰিছে। শেহতীয়াভাৱে তেখেতে আমাৰ প্ৰকাশনৰে নিবেদন 'মাহেকীয়া বাৰ্তাপখিলী'ৰ মূখ্য সম্পাদকৰ গুৰু দায়িত্ব অতি নিষ্ঠা আৰু একগ্ৰতাৰে পালন কৰি আছে। সাহিত্যৰ বেদীলৈ বুলি 'তানি আগম' পুথিৰ আকাৰত আমাৰ প্ৰকাশনৰ প্ৰথম পুষ্পাঞ্জলি। ভাবিছোঁ এইখন গল্প সংকলনে তেখেতৰ পূৰ্বৰ পুথিবোৰৰ দৰেই আদৰ পাব। ভালদৰেই অনুভৱ কৰোঁ শেষ বিচাৰ কৰিব শ্ৰদ্ধেয় পাঠকসকলেহে; তেখেতসকলে বা কেনে পায়?

পৰিশেষত আমাক পুথি প্ৰকাশৰ এইকণ সুবিধা দিয়া বাবে ড° মিপুনক ধন্যবাদ জনালোঁ আৰু আশা ৰাখিলো-তেখেতে নিৰবচ্ছিন্নভাৱে প্ৰকাশ কৰি যাব সেউজীয়া অনুভৱ। এই কামনাৰে—

ভৱদীয়

**ব্ৰজেন্দ্ৰ নাথ ডেকা**

প্ৰকাশক, বিশাল প্ৰকাশন

গুৱাহাটী-৭৮১০০৩

২৭/১২/২০০১

# সূচীপত্ৰ


১। তানি আগম□১১

২। তুৰদাগাঃৰচ'□২৫

৩। উত্তৰাধিকাৰীৰ জন্মলগ্নত□৩৬

৪। আমং-মুৰ্কং□৪৫

৫। জেংৰাইচক লুদুং□৮০

৬। বৰাখানা□৯২

৭। আজন□১০৫

৮। আচি উঃয়ু□১১৫

৯। শালনিবাৰীৰ বনাঞ্চল□১২৩

১০। কাৰেং চাপৰিত চকুলো□১৩৭

# তানি আগম

প্ৰাথমিক স্কুলত ছাত্ৰ-ছাত্ৰীক মাতৃভাষাত পাঠদানৰ বিষয়ে শিক্ষকৰ এদিনীয়া প্ৰশিক্ষণটো লৈ নিজৰ জনগোষ্ঠীৰ বিষয়ে বহু কথা শিকাৰ দৰে লাগিল নন্দেশ্বৰৰ। নিজৰ জনগোষ্ঠীৰ ভাষাৰ ওপৰত কোৱা লেখক, গৱেষক, অধ্যাপক গজেন মিলিৰ কথাবোৰ নন্দেশ্বৰৰ বাবে নতুন নতুন যেন লাগিল। অধ্যাপক গজেন মিলিয়ে ভাষাৰ ওপৰত দিয়া ভাষণ শুনি নন্দেশ্বৰৰ এনে লাগিল যেন সি নিজৰ জনগোষ্ঠীৰ ভাষাৰ বিষয়ে একোৱেই নাজানে। চাংঘৰত জন্মগ্ৰহণ কৰি নিজৰ মাতৃভাষা জন্ম লগ্নৰে পৰা কৈ আহি একেটা ভাষাৰ প্ৰাথমিক স্কুলৰ শিক্ষক হৈয়ো যেন নিজৰ মাতৃভাষাৰ বিষয়ে বহু কথা জানিবলৈ বাকী আছে তেনে লাগিল নন্দেশ্বৰৰ।

মাতৃভাষা পাঠদানৰ বাবে প্ৰাথমিক স্কুলৰ শিক্ষকৰ এদিনীয়া প্ৰশিক্ষণলৈ যোৱাৰ বিশেষ এটা ইচ্ছা নন্দেশ্বৰৰ নাছিল। ইচ্ছা বা আগ্ৰহতকৈ ডাঙৰ কথা আছিল প্ৰশিক্ষণ ল'বলৈ যাবলগীয়া চহৰখনলৈ গৈ পাবলৈ যাত্ৰা পথত খাবলগীয়া কষ্টবোৰৰ কথা ভাবি নন্দেশ্বৰ নিৰুৎসাহ হৈ পৰিছিল। পাব্‌লিক বাছ চলিবলৈ এৰা গড়কাপ্তানী বিভাগৰ শিলৰ ওখোৰা-মোখোৰা ৰাস্তায়েদি মাতৃভাষা পাঠদানৰ বাবে প্ৰশিক্ষণ পতা চহৰখন পাবলৈ ফেৰীঘাটলৈ বুলি যাওঁতে সাত কিলো.এটাৰ মান ভাৰাত যাব পৰা পুৰণি জীপগাড়ীত দক্ষিণৰ ফালে গ'লে ৰাস্তাৰ প্ৰথমটো ছিগা পাৰ হ'বলগীয়া হয়। বানপানীয়ে উটুৱাই নিয়া কাঠৰ দলংখনৰ তলত থকা ডাঙৰ বিল যেন হোৱা পানীডোখৰ টুলুঙা নাওত পাৰ হ'বলৈ টকা পাঁচটা ভৰিব লাগে। টুলুঙা নাওত যেন পানীৰ ডৰা ছিগা ডোখৰ পাৰ হৈ পুনৰ যাত্ৰীৰে ভৰা জীপৰ যাত্ৰা আৰম্ভ হয়। পোন্ধৰ টকীয়া ভাৰাৰ যাত্ৰীৰে ভৰা পুৰণি হেলনীয়াকৈ চলা জীপেৰে ফেৰীঘাট পাবলৈ আৰু দুটা ছিগা ৰাস্তাৰ দলঙৰ তলেদি জীউটো ভগবানৰ হাতত অৰ্পণ কৰি পলস-বালিৰে ভৰা বিৰিণা বনৰ হাবিতলীয়া ৰাস্তাডোখৰ পাৰ হ'লেহে ফেৰীঘাট পোৱা যায়। চৰকাৰী ফেৰীৰে বৰ লুইত পাৰ হৈ ফেৰীৰ পৰা নামিয়েই দৌৰা-দৌৰিকৈ চহৰখনলৈ যোৱা পাব্‌লিক বাছত উঠিব লাগে। গাঁৱৰ ঘৰৰ পৰা চহৰখনলৈ দূৰত্ব হয়তো ত্ৰিশ কিলোমিটাৰ মানহে হ'ব, কিন্তু চহৰলৈ বুলি যাত্ৰা আৰম্ভ কৰাৰ পৰা চহৰখন পোৱালৈ বহুদূৰ বহু কষ্টত যাত্ৰা কৰা যেন ভাব হয়। আমনি দায়ক কষ্টকৰ যাত্ৰাই নন্দেশ্বৰ দেহা-মন ভাগৰাই পেলায়।

চহৰখনলৈ বুলি আহোঁতে তেনে যাত্ৰাৰ অভিজ্ঞতা আগতে নন্দেশ্বৰৰ বহুবাৰ হৈছিল। সেয়ে মাতৃভাষাত ছাত্ৰ-ছাত্ৰীক পাঠদানৰ বাবে শিক্ষকৰ এদিনীয়া

প্ৰশিক্ষণ পাতিছে বুলি খবৰ পাওঁতে চহৰখনলৈ যোৱাৰ ইচ্ছা নন্দেশ্বৰৰ একেবাৰে নাছিল। তাতে নন্দেশ্বৰহঁতৰ বাবে শিক্ষকৰ এই প্ৰশিক্ষণটো চৰকাৰৰ ফালৰ পৰা পতা হোৱা নাছিল। জিলা ভিত্তিত বাংকে আগম্ কৌবাঙেহে প্ৰশিক্ষণটো পাতিছিল। মাতৃভাষা পাঠদানৰ বাবে পতা তেনে শিক্ষক প্ৰশিক্ষণত উপস্থিত নাথাকিলেও চৰকাৰৰ ফালৰ পৰা একো অনুশাসনমূলক ব্যৱস্থা নলয় বুলি নন্দেশ্বৰে জানিছিল। গাঁৱৰ পৰা চহৰখনলৈ যাবলৈ যাতায়তৰ ইমান অসুবিধা সত্বেও প্ৰশিক্ষণত যোগদান কৰাৰ সিদ্ধান্ত অৱশেষত নন্দেশ্বৰে লৈছিল কেইটামান কাৰণত। চৰহখনলৈ গৈ প্ৰশিক্ষণত যোগদান কৰাৰ ইচ্ছা জন্মাৰ নন্দেশ্বৰৰ প্ৰথম কাৰণটো আছিল তেনেই ওচৰতে থকা অথচ যাতায়তৰ অসুবিধাৰ বাবে যাওঁ বুলিও যাব নোৱাৰা ডাঙৰ চহৰখন কেইবাবছৰৰ অন্তত এবাৰ চাই অহা। এই সুযোগতে নিজৰ ল'ৰা-ছোৱালীহালৰ বাবে স্কুলৰ ইউনিফৰ্ম আৰু লাগতিয়াল ঘৰুৱা কেইপদমান বস্তু কিনা। দ্বিতীয় কাৰণটো আছিল মাতৃভাষাত পাঠদানৰ প্ৰশিক্ষণলৈ অহা আন ঠাইৰ শিক্ষকসকলৰ লগত চিনাকি হোৱা। শেষৰ কাৰণটো আছিল, মাতৃভাষাত পাঠদানৰ প্ৰশিক্ষণ দিবলৈ নিজৰ জনগোষ্ঠীৰ কেইবাগৰাকীও লেখক, গৱেষকক আমন্ত্ৰণ জনোৱা হৈছে বুলি নন্দেশ্বৰে শুনিছিল। তদুপৰি নিজৰ প্ৰাথমিক স্কুলখনৰ ওচৰৰে কলেজখনৰ লেখক, গৱেষক অধ্যাপক গজেন মিলি মাতৃভাষাত পাঠদানৰ বাবে শিক্ষকক প্ৰশিক্ষণ দিবলৈ দুদিনমানৰ আগতে চহৰখনলৈ গ'ল বুলি শুনি সি যাব নোৱাৰাৰ কাৰণ নাই বুলি নন্দেশ্বৰে ভাবিছিল। অৱশ্যে নিজৰ গৱেষণাৰ কামৰ বাবেহে অধ্যাপক গজেন মিলি আগতীয়াকৈ গ'ল বুলি নন্দেশ্বৰে শুনিছিল।

জিলাখনৰ কেইবাটাও মিচিং অধ্যুষিত অঞ্চলৰ প্ৰাথমিক স্কুলত নিজ মাতৃভাষাত পাঠদান ইতিমধ্যে আৰম্ভ হৈছে বুলি নন্দেশ্বৰে শুনিছিল। মাতৃভাষাত পাঠদানৰ এদিনীয়া প্ৰশিক্ষণ ল'বৰ বাবে অহা জিলাখৰ আন অঞ্চলৰ শিক্ষকৰ লগত মিচিং ভাষাত কথা পাতোতে নন্দেশ্বৰে লক্ষ্য কৰিছিল যে প্ৰায় প্ৰত্যেক অঞ্চলৰ শিক্ষকৰ মিচিং ভাষা কোৱাৰ ধৰণ অলপ বেলেগ। প্ৰাথমিক স্কুলত পঢ়াবৰ বাবে মিচিং ভাষাত লিখা কিতাপৰ ভাষাৰ লগত বহু অঞ্চলৰ শিক্ষকৰ কথিত ভাষাৰ মিল নাই যেন লাগিল নন্দেশ্বৰৰ। মৰিয়ণি ফালৰ নগালেণ্ড সীমান্ত অঞ্চলত থকা গাঁৱৰ পৰা অহা প্ৰিয়ৰাম পাওগাম বোলা শিক্ষকজনৰ কথিত মিচিং ভাষা বুজাত নন্দেশ্বৰে অলপ অসুবিধাই পাইছিল। প্ৰিয়ৰাম পাওগামৰ কথাবোৰ শুনি অধ্যাপক গজেন মিলিৰ কলেজৰে অৰ্থনীতি বিভাগৰ অধ্যাপক অমল ঠাকুৰীয়াই কোৱা সহজে বুজিব নোৱাৰা অসমীয়া ভাষাৰ দৰে লাগিছিল নন্দেশ্বৰৰ। নলবাৰী ফালৰ পৰা আহি কেতিয়া কেনেকৈ অধ্যাপক গজেন মিলিয়ে চাকৰি কৰা কলেজখনত অধ্যাপক অমল ঠাকুৰীয়াই চাকৰিত যোগদান কৰিছিলহি

নন্দেশ্বৰে নাজানে। নন্দেশ্বৰৰ জনাৰ ইচ্ছাও কোনো দিনেই হোৱা নাছিল। কিন্তু সৰু ঠাইখনৰ মিটিঙে-মিটিঙে, দোকানে-পোহাৰে অধ্যাপক অমল ঠাকুৰীয়াই কোৱা নলবাৰীৰ ফালৰ কথিত অসমীয়া ভাষা বুজি পাবলৈ বৰ টান পাইছিল নন্দেশ্বৰে। লিখিত অসমীয়া ভাষাকে খৰতকীয়াকৈ ক'লে বুজিবলৈ অসুবিধা পোৱা নন্দেশ্বৰৰ বাবে অধ্যাপক অসম ঠাকুৰীয়াই কোৱা কথিত অসমীয়া ভাষা একপ্ৰকাৰ বুজি নোপোৱাৰ দৰেই হৈছিল। মৰিয়ণিৰ নগালেণ্ড সীমান্ত অঞ্চলৰ পৰা অহা মিচিং শিক্ষক প্ৰিয়ৰাম পাওগামৰ কথিত মিচিং ভাষা শুনি সহজে বুজিব নোৱাৰি অধ্যাপক অমল ঠাকুৰীয়াই কোৱা অসমীয়া ভাষালৈ নন্দেশ্বৰৰ হঠাৎ মনত পৰিছিল।

অঞ্চল বিশেষে দল বা খেল অনুসৰি মিচিং ভাষাৰ কথোপকথন ভঙ্গী আৰু শব্দাৱলীৰ কিছু পাৰ্থক্য থকা কথাটো অৱশ্যে লেখক, গৱেষক, অধ্যাপক গজেন মিলিয়ে মাতৃভাষাত পাঠদান সম্পৰ্কে পতা প্ৰশিক্ষণ শিবিৰত নন্দেশ্বৰহঁতক বুজাই দিছিল। প্ৰশিক্ষণ শিবিৰৰ কমৰ বেৰত আঁৰি থোৱা ক'লা ব'ৰ্ডত ৰোমান লিপিত কেইটামান মিচিং শব্দ লিখি মিচিং জনগোষ্ঠীৰ সু-সাহিত্যিক, গৱেষক, অধ্যাপক গজেন মিলিয়ে কৈছিল 'খেল আৰু অঞ্চলভেদে আমাৰ মিচিং ভাষাৰ কথনভঙ্গী অলপ বেলেগ বুলি আপোনালোকে বোধকৰো জানে। বহু ঠাইত একেটা বস্তু বা সম্বন্ধসূচক শব্দৰো পাৰ্থক্য পোৱা যায়। যেনে— কিছুমান ঠাইত বহু খেলে বাঁহক আঁৱা কয়, আন কিছু খেলে এই বাঁহকে দিঃবাং বুলি কয়। ঠিক তেনেকৈ কিছু অঞ্চলৰ মিচিং খেলে ককায়েকক কাই বুলি মাতে আৰু আন কিছুমানে খেলে চাঃচি বুলি মাতে। ইয়াৰ কাৰণ হ'ল মিচিং ভাষাত খেল ভেদে উপভাষা থকাৰ কথা উপলব্ধি কৰা যায়। অৱশ্যে মিচিং মাত্ৰেই সকালো খেলৰ উপভাষাবোৰ বুজি পায়। এনেবোৰ কথা ছাত্ৰ-ছাত্ৰীক মিচিং ভাষাত পঢ়াওতে ক'ব? আপোনালোকৰ কিবা সুধিব লগা আছে নেকি?'

অধ্যাপক গজেন মিলিৰ প্ৰশ্ন শুনি প্ৰশিক্ষণৰত কিছু শিক্ষকে অবাক দৃষ্টিৰে তেওঁলৈকে চাই থাকিল। কেইবাজনো শিক্ষকে তলমূৰ কৰিলে। কোনোৱেও মাত নমতাত ক্ষন্তেকৰ বাবে কমটো নিজান পৰাৰ দৰে হ'ল। অধ্যাপক গজেন মিলি নিজৰ অঞ্চলৰ চিনাকি হোৱা বাবে মনত কিছু সাহস গোটাই নন্দেশ্বৰে ক'লে,

'আপুনি কোৱা কথাবোৰ স্কুলৰ ছাত্ৰ-ছাত্ৰীক বুজাবলৈ আমি চেষ্টা কৰিম ছাৰ। পিছে ৰোমান লিপিত মিচিং ভাষা পঢ়াওঁতে আমি ছাত্ৰ-ছাত্ৰীক এ, বি, চি, ডিবোৰো বেলেগে পঢ়াব লগাত পৰিছো। সেইটোহে আমাৰ বাবে অতিৰিক্ত বোজাৰ দৰে হৈছে ছাৰ।'

নন্দেশ্বৰে কোৱা কথা শুনি সাহস পাই মৰিয়ণিৰ নগালেণ্ড সীমান্ত অঞ্চলৰ পৰা অহা প্ৰিয়ৰাম পাওগামে ক'লে, 'এইটো সমস্যাৰ উপৰি ৰোমান-লিপিত

লিখা মিচিং ভাষা আমাৰ বাবেই পঢ়াতো কঠিন পাইছো ছাৰ, ছাত্ৰ-ছাত্ৰীয়ে যে আৰু টান পায়। ৰোমান লিপিত লিখা মিচিং ভাষাৰ স্বয়ং সম্পূৰ্ণ, মানে অসমীয়া ভাষাৰ হেমকোষৰ নিচিনা অভিধান এটা আমাক বৰ দৰকাৰ হৈছে ছাৰ।'

'আপোনালোকে অলপ ধৈৰ্য ধৰি পঢ়া-শুনা কৰিলেই ৰোমান লিপিত লিখা মিচিং ভাষা পঢ়াত সহজ পাব। মিচিং ভাষাৰ ভাল অভিধান এখন আমাক লাগে অৱশ্যে। মই বহু বছৰ আগৰ পৰাই এই বিষয়ে চিন্তা চৰ্চা কৰি আছোঁ। পিছে আমাৰ ভাষা, সমাজ সংস্কৃতিৰ ওপৰত গৱেষণাৰ কামত ব্যস্ত থাকোতে মিচিং ভাষাৰ অভিধান যুগুত কৰা কামত হাতেই দিব পৰা নাই।'

'মিচিং ভাষাত ভাল অভিধান আৰু ভাল কিতাপ নোলোৱা পৰ্যন্ত আমি অসমীয়া বা ইংৰাজী মাধ্যমত আমাৰ ল'ৰা-ছোৱালীক পঢ়া-শুনা কৰিবলৈ দিব পাৰো দেখোন। ছাৰে কি কয় বা?'

নন্দেশ্বৰৰ কথা শুনি অধ্যাপক গজেন মিলিয়ে টেবুলৰ সম্মুখলৈ আহি টেবুলখনৰ ওপৰত বহি লৈ ডাঙৰকৈ হাঁহি মাৰি ক'লে,

'অসমীয়া বা ইংৰাজী মাধ্যমত ল'ৰা-ছোৱালীক পঢ়াবলৈ হ'লে আপোনালোকৰ চাকৰি যাব দেখোন! আপোনালোককতো মিচিং ভাষাৰ শিক্ষক হিচাপেহে চৰকাৰে নিযুক্তি দিছে।'

'ছাৰে কোৱা কথাটো অৱশ্যে সঁচা। পিছে আজি ইয়াত উপস্থিত সকলো শিক্ষকেইতো অসমীয়া মাধ্যমতহে পঢ়া-শুনা কৰি অহা, মিচিং ভাষা মাধ্যমত নহয়। আমাক অসমীয়া মাধ্যমত পঢ়াবলৈ দিলেই হ'ল, তেতিয়া অন্ততঃ আমাৰ চাকৰিতো নাযায়।'

'কথিত ভাষা এটা লিখিত ভাষা পৰ্যায়লৈ আনোতে আৰু পঢ়া-শুনা, লেখা-মেলা কৰোঁতে প্ৰথম অৱস্থাত অলপ অসুবিধা হ'বই দিয়ক। তেনে নতুন লিখিত ভাষাত ছাত্ৰ-ছাত্ৰীক পঢ়ুৱাবলৈ আৰু বেছি অসুবিধা পোৱাতো স্বাভাৱিক। আপোনালোকে ধৈৰ্য সহকাৰে কণ কণ ছাত্ৰ-ছাত্ৰীক মিচিং ভাষাত পঢ়াবলৈ চেষ্টা কৰিব লাগিব আৰু এটা ডাঙৰ কথা কি জানেনে?'

'কওক ছাৰ।'

কেইবাজনো শিক্ষকে সমস্বৰে 'কওক ছাৰ' বুলি কোৱাত টেবুলত বহাৰ পৰা উঠি কোঠাত বহা সকলো শিক্ষকলৈ এবাৰ চকু ফুৰাই অধ্যাপক গজেন মিলিয়ে গহীন সুৰত ক'লে,

'পৃথিৱীৰ ভাষাতত্ত্বৰ প্ৰখ্যাত গৱেষক, পণ্ডিতসকলৰ মতে শিশুক প্ৰাথমিক পৰ্যায়ত মাতৃভাষাত শিক্ষাদান কৰিলে শিশুৱে সহজে জ্ঞান আহৰণ কৰাত সুবিধা পায়। মাতৃভাষাত প্ৰাথমিক শিক্ষা লাভ কৰা ছাত্ৰ-ছাত্ৰীয়ে হেনো ওপৰ ক্লাছত যিকোনো ভাষাত জ্ঞান আহৰণ কৰাত অসুবিধা নাপায়। বৰঞ্চ প্ৰাথমিক পৰ্যায়ত

মাতৃভাষাত পঢ়া-শুনা কৰা ছাত্ৰ-ছাত্ৰীয়ে ডাঙৰ হৈ যিকোনো ভাষাত উচ্চ শিক্ষা লাভ কৰোতে বেছি ব্যুৎপত্তিহে দেখুৱাব পাৰে হেনো। আপোনালোকে এইটো কথা মনত ৰাখি ছাত্ৰ-ছাত্ৰীক মিচিং ভাষাত ভালকৈ পঢ়াবলৈ যত্নপৰ হ'ব বুলি আমি আশা ৰাখিছোঁ। অভিধান জাতীয় অসুবিধাবোৰ দূৰ কৰিবলৈ আমি চেষ্টা কৰিম।'

'ছাৰে কোৱা কথাখিনি সঁচাও হ'ব পাৰে। পিছে মাতৃভাষাত পঢ়া আমাৰ অঞ্চলৰ অসমীয়া ল'ৰা-ছোৱালীয়েওচোন মেট্ৰিক ফেল কৰে। বৰঞ্চ আমাৰ তাত নতুনকৈ খোলা চেণ্টপ'ল স্কুলখনৰ ছাত্ৰ-ছাত্ৰীয়ে ভালকৈ মেট্ৰিক পাছ কৰে। চেণ্ট প'ল বোলা ইংৰাজী মাধ্যমৰ স্কুলখনৰ পৰা এইবাৰ মেট্ৰিক পৰীক্ষা দিয়া পোন্ধৰজনৰ ভিতৰত নজনে প্ৰথম বিভাগ, পাঁচজনে দ্বিতীয় বিভাগ আৰু এজনে তৃতীয় বিভাগ পাইছে। এজনেও ফেল কৰা নাই। আমাৰ অঞ্চলৰ বাবে এইটো এটা ৰেকৰ্ডেই। এনেবোৰ কথাত ছাৰে বা কি কয়?'

'নন্দেশ্বৰে কোৱা আমাৰ তাৰ চেণ্টপ'ল স্কুলখনৰ ৰিজাল্ট ভাল হোৱাৰ মূল কাৰণ ইংৰাজী ভাষাতকৈ মোৰ বোধেৰে শিক্ষকৰ শিক্ষাদান পদ্ধতিৰহে কৃতিত্ব বেছি। তেনে স্কুলৰ শিক্ষকে ছাত্ৰ-ছাত্ৰীক হাতৰ আখৰ ধুনীয়াকৈ লিখাৰ ওপৰত তদাৰক কৰাৰ পৰা আৰম্ভ কৰি প্ৰতিটো লেচন পঢ়াই উঠিয়েই হোমৱৰ্ক দিয়ে। ক্লাছলৈ প্ৰতিদিনে হোমৱৰ্ক কৰি আনিছেনে নাই তাৰ তদাৰক কৰে। শিক্ষা বছৰটো শেষ হোৱা মানে তেনে স্কুলৰ ছাত্ৰ-ছাত্ৰীয়ে প্ৰতিটো বিষয়ৰ প্ৰতিটো লেচন খৰছি মাৰি জনা হৈ উঠেগৈ। তাতে ক্লাছত ছাত্ৰ-ছাত্ৰীৰ উপস্থিতি আৰু নিয়মানুবৰ্তিতাৰ ওপৰত শিক্ষকে চকু ৰাখে। তেনে স্কুলৰ ছাত্ৰ-ছাত্ৰীয়ে মেট্ৰিকত ৰিজাল্ট ভাল কৰা স্বাভাৱিক।'

কথাখিনি কৈ দীঘলকৈ উশাহ টানি নন্দেশ্বৰলৈ চাই অধ্যাপক গজেন মিলিয়ে পুনৰ ক'লে, 'আমাৰ স্কুলৰ ছাত্ৰ-ছাত্ৰীক আমি জানো তেনেকৈ পঢ়াওঁ? নন্দেশ্বৰেই কওকচোন, মিচিং ভাষাত আপুনি পঢ়াওঁতে ছাত্ৰ-ছাত্ৰীৰ হাতৰ আখৰ ভাল কৰাৰ যত্ন লোৱা, হোমৱৰ্ক দি পাছদিনা ক্লাছত চোৱাচিতা কৰেনে?

পৰিস্কাৰ পোছাকেৰে স্কুল খতি নকৰাকৈ প্ৰতিদিনে ক্লাছলৈ ছাত্ৰ-ছাত্ৰী অহা কথাটোৰ তদাৰক কৰেনে?'

'স্কুলৰ বাদেও খেতি-বাতিত লাগি থাকি ঘৰ-সংসাৰ চলাওঁতে তেনেদৰে ছাত্ৰ-ছাত্ৰীক পঢ়াবলৈ আমি সময়েই নাপাওঁ ছাৰ!' লাজভাব দেখুৱাই নন্দেশ্বৰে ক'লে।

নন্দেশ্বৰৰ কথা শুনি কমত তলমূৰকৈ অপৰাধী ভাবত বহি থকা শিক্ষক সকললৈ চাই অধ্যাপক গজেন মিলিয়ে ক'লে, 'তেতিয়া হ'লে একমাত্ৰ আমাৰ ভাষাক আপোনালোকে কেলেই দোষ দিছে? নিজ মাতৃভাষাত পঢ়া ছাত্ৰ-ছাত্ৰীক

ভালকৈ পঢ়াই পঢ়া-শুনাৰ তদাৰক নকৰিব আৰু মেট্ৰিকত ৰিজাল্ট বেয়া হোৱা বাবে শিক্ষাৰ মাধ্যমক দোষ দি বহি থাকিব। এইটো আমাৰ সমাজৰ বিশেষকৈ শিক্ষকসকলৰ এটা ডাঙৰ দোষ। আমি আমাৰ মাতৃ-ভাষাক অৱহেলা কৰোতে কৰোতে আমাৰ মাজৰে বহুতে মাতৃভাষাকে পাহৰিবলৈ আৰম্ভ কৰিছোঁ। এনেদৰেই পৃথিৱীৰ বহু ভাষা লোপ পাবলৈ আৰম্ভ কৰিছে বুলি আপোনালোকে জানেনে?

'নাজানো ছাৰ।'

'তেতিয়া হ'লে শুনক। এহেজাৰ বছৰৰ আগতে এক মিলিয়ন মানুহ বাস কৰা পৃথিৱীত ভাষাৰ সংখ্যা আছিল দহ হেজাৰৰ পৰা পোন্ধৰ হেজাৰ। বৰ্তমান তেনে ভাষাৰ সংখ্যা কমি কমি হৈছেগৈ ছয় হেজাৰৰ পৰা সাত হেজাৰ। ভাষাবিদ সকলৰ মতে ইয়াৰো এক তৃতীয়াংশ ভাষা এই শতিকাতে লুপ্ত হ'ব। এগৰাকী জাৰ্মান ভাষাতত্ত্ববিদ পণ্ডিতৰ মতে পৃথিৱীৰ পৰা প্ৰায় নব্বৈ শতাংশ ভাষাই লুপ্ত হোৱাৰ সম্ভাৱনা আছে। এই লুপ্ত হোৱা ভাষা সমূহৰ বেছি ভাগেই ব্যৱহাৰ কৰে পৃথিৱীৰ বুকুৰ পৰা হেৰাই যাবলৈ ধৰা, মানে নিজস্ব ভাষা সাংস্কৃতিক পাহৰি যাবলৈ ধৰা ক্ষুদ্ৰ আদিম অধিবাসীসকলে। আফ্ৰিকা, এছিয়া, অষ্ট্ৰেলিয়া, আটলাণ্টিক আৰু প্ৰশান্ত মহাসাগৰৰ দ্বীপসমূহৰ আদিম অধিবাসী সকলেই ইয়াৰ ভিতৰত প্ৰধান।

কথাখিনি কওঁতে যথেষ্ট সময় লোৱা বাবে শিক্ষকসকলে আমনি পাবও পাৰে বুলি ভাবি অতি বাধ্য ছাত্ৰৰ দৰে শ্ৰেণীৰ মত বহি থকা শিক্ষকসকললৈ এবাৰ চকু ফুৰাই গ'ল হেকাৰি এটা মাৰি অধ্যাপক গজেন মিলিয়ে পুনৰ ক'লে, 'মই গৱেষণা কালত বাতৰি কাগজত পঢ়িবলৈ পোৱা তথ্যখিনিহে আপোনোলোকক ক'লো। তথ্যখিনি কিমানদূৰ সঁচা ভৱিষ্যতে বিচাৰ কৰি চাব লাগিব। আজি মাতৃভাষাত পাঠদানৰ বিষয়ে পতা প্ৰশিক্ষণৰ ক্লাছত এইবোৰ কবলগীয়া কথা নহয় অৱশ্যে। পিছে এনেবোৰ কথা আপোনালোকে জানি থোৱা দৰকাৰ। আমাৰ মিচিং মানুহ অসমত তিনিলাখ মানহে আছে, এই তিনিলাখ মানুহে মিচিং ভাষাত কথা কোৱা, লিখা-মেলা কৰা এৰি দিব লাগিলে আমাৰ মিচিং ভাষাও পৃথিৱীৰ পৰা লুপ্ত হৈ যাব দেখোন! আমাৰ দাবী অনুসৰি চৰকাৰে মিচিং অধ্যুষিত অঞ্চলৰ প্ৰাথমিক স্কুলত শিক্ষাৰ মাধ্যম হিচাপে মিচিং ভাষা প্ৰয়োগ কৰাত সম্মতি জনাইছে। সেয়ে আপোনালাকৰ মিচিং ভাষাৰ শিক্ষকৰ চাকৰিবোৰ হ'ল। মিচিং ভাষাত কিতাপ-পত্ৰ লিখাৰ উপৰি মিচিং ভাষাত ৰোমান লিপি ব্যৱহাৰ কৰা, প্ৰাথমিক স্কুল পৰ্যায়ত মিচিং ভাষা শিক্ষাৰ মাধ্যম কৰা ইত্যাদি কথাবোৰত চৰকাৰৰ ওচৰত দাবী তোলা প্ৰথম মিচিং সকলৰ ভিতৰত ময়ো এজন আছিলো বুলি আপোনালোকে নিশ্চয় জানে। গতিকে মিচিং ভাষাত ছাত্ৰ-ছাত্ৰীক পাঠদান কৰোতে মই কোৱা কথাবিলাক আপোনালোকে মনত ৰাখে যেন।'

'ছাৰে কোৱা কথাবোৰ মনত ৰাখিবলৈ আমি চেষ্টা কৰিম। পিছে আমাৰ অঞ্চলৰ মিচিং মানুহখিনিয়ে নিজৰ ল'ৰা-ছোৱালীক ইংৰাজী মাধ্যমৰ চেন্ট প'ল স্কুললৈহে পঠাবলৈ আৰম্ভ কৰিছে দেখোন! ছাৰেতো নিজেই দেখিছে। মোৰ স্কুলত আজি-কালি ছাত্ৰ-ছাত্ৰী নাইকিয়া হোৱাৰ দৰে হৈছেগৈ। যিখিনি আছে সিহঁতেও বাৰিষাকালত বানপানী বুলি তিনি-চাৰিমাহ স্কুললৈ নাহে, খৰালি আকৌ ঠাণ্ডা পৰিছে বুলি তিনি-চাৰিমাহ নাহে। তেনেকৈ মিচিং ভাষা মাধ্যমত পঢ়াই আমাৰ ল'ৰা-ছোৱালীক উন্নতি কৰিব পাৰিম জানো ছাৰ?'

'আমাৰ ফালেও শিক্ষিত মিচিং পৰিয়ালখিনিয়ে মৰিয়ণিৰ চেন্ট মেৰিজ ইংলিছ স্কুললৈ ল'ৰা-ছোৱালীক পঠাবলৈ আৰম্ভ কৰিছে ছাৰ।' নন্দেশ্বৰৰ কথা শুনি উৎসাহ পোৱাৰ দৰে কৰি অধ্যাপক গজেন মিলিলৈ চাই প্ৰিয়ৰাম পাওগামে ক'লে। দুয়োজন শিক্ষকৰ কথাত অলপ চিন্তিত হোৱাৰ দৰে কৰি অধ্যাপক গজেন মিলিয়ে ক'লে,

'আমাৰ মিচিং ভাষা-সাহিত্যৰ বাবে এইবোৰ ভাল লক্ষণ নহয় অৱশ্যে। কিন্তু অভিভাৱকে নিজৰ সন্তানক যি স্কুলত পঢ়াব বিচাৰে তাতে পঢ়াব পাৰে, আমি তাত বাধা দিব নোৱাৰো। যিখিনি ছাত্ৰ-ছাত্ৰীয়ে আপোনালোকৰ স্কুললৈ যায় সিহঁতকে আপোনালোকে ভালকৈ মিচিং ভাষাত শিক্ষা দান কৰিবলৈ চেষ্টা কৰিব।'

'পিছে সকলো অভিভাৱকে যদি ইংৰাজী মাধ্যমৰ স্কুলত সন্তানক পঢ়াবলৈ আৰম্ভ কৰে তেতিয়া হ'লে আমাৰ স্কুলবোৰত ছাত্ৰ-ছাত্ৰীয়েই নাইকিয়া হৈ থাকিব গৈ চোন ছাৰ!'

প্ৰিয়ৰাম পাওগামে সন্দেহ প্ৰকাশ কৰি কোৱা কথা শুনি কিছু গহীন হৈ অধ্যাপক গজেন মিলিয়ে ক'লে 'মাতৃভাষাৰে প্ৰাথমিক শিক্ষা গ্ৰহণ কৰাৰ প্ৰতি অভিভাৱক আৰু ছাত্ৰ-ছাত্ৰীক আকৰ্ষিত কৰি তোলাতো আপোনালোক শিক্ষকসকলৰ কাম হ'ব লাগিব। আপোনালোকৰ এইটো এটা অতি গুৰুত্বপূৰ্ণ দায়িত্ব। প্ৰাথমিক স্কুল পৰ্যায়ত মাতৃভাষাৰে শিক্ষা গ্ৰহণ কৰিলে শিশুয়ে বিকাশ লাভ কৰাত সহজ হয় বুলি আপোনালোকে নিজৰ গাঁও আৰু অঞ্চলৰ ৰাইজক বুজাব লাগিব। আপোনালোকে চেষ্টা কৰিলে নিজৰ সন্তানক মাতৃভাষাত পঢ়োৱাবৰ বাবে বহু অভিভাৱক ওলাই আহিব বুলি মোৰ বিশ্বাস।'

'আমাৰফালে নিজৰ মানুহ বেছি যদিও আপুনি কোৱা কথাবোৰ মই ক'লে কোনেও নুশুনিব যেন লাগিছে। ছাৰ আপোনালোকৰ কলেজ আৰু আমাৰ এল, পি, স্কুলখনৰ মাজতে হোৱা চেন্ট প'ল ইংলিচ স্কুললৈ অঞ্চলটোৰ সকলো অভিভাৱকে নিজৰ সন্তানক ক্লাছ বানৰ পৰাই পঠাবলৈ আৰম্ভ কৰিছে। কথাটো মই অলপ আগতে কৈছিলোৱেই ছাৰ। চাংঘৰৰ লেতেৰা পৰিবেশত থাকিও ধুনীয়া

পৰিষ্কাৰ ইউনিফৰ্ম পিন্ধি ল'ৰা-ছোৱালীবোৰে আজি-কালি স্কুলত যোৱা আৰম্ভ কৰিছে। স্কুলখনৰ মেট্ৰিকৰ ৰিজাল্টো বৰ ভাল বুলি ছাৰক অলপ আগতে কৈছিলোৱেঁই দেখোন। আৰু এটা কথা ছাৰ।'

'কওক, কওক। আজিৰ প্ৰশিক্ষণৰ কোঠাত এইবোৰ কথা ওলাব নালাগিছিল। ওলালেই যেতিয়া কওক নন্দেশ্বৰ।'

অধ্যাপক গজেন মিলিয়ে ক'বলৈ কোৱাত উৎসাহ পাই নন্দেশ্বৰে পুনৰ ক'লে, 'সেই চেণ্ট প'ল স্কুলখনে আমাৰ মানুহক খ্ৰীষ্টিয়ান ধৰ্ম ল'বলৈ উদ্‌গণি দি আছে বুলি মানুহৰ মাজত আলোচনা কৰা শুনিছো। অৱশ্যে দুই-এঘৰ মানুহ খ্ৰীষ্টিয়ান নোহোৱাও নহয়। স্কুলখনত চকিদাৰৰ চাকৰি কৰা মনাই পেগু খ্ৰীষ্টিয়ান ধৰ্ম গ্ৰহণ কৰি পিটাৰ পেগু হ'ল। তাৰ ল'ৰাটো এইবছৰ সেইখন স্কুলৰ পৰাই প্ৰথম বিভাগত মেট্ৰিক পাছ কৰিছে। মনাই মানে পিটাৰ পেগুৰ যুক্তি হ'ল যি ধৰ্মই অন্নমুঠি দিছে, যি ধৰ্মই উচিত শিক্ষা দিছে, যি ধৰ্মই উচ্চ-নীচ ভাব নাইকিয়া কৰিছে তেনে ধৰ্ম গ্ৰহণ কৰাত তাৰ হেনো একো অনুশোচনা নাই। বান বিধ্বস্ত হৈ মথাউৰিত গুম্‌টি যেন চাংঘৰত থাকি এমুঠি ভাতৰ বাবে হাহাকাৰ কৰি থকা দিনবোৰলৈ মনত পৰিলে মনাইৰ হেনো যীশুখ্ৰীষ্টক হাজাৰবাৰ ধন্যবাদ দিবৰ মন যায়। খ্ৰীষ্টিয়ান নোহোৱা হ'লে সি হেনো ভোকে লঘোণে মথাউৰিৰ ওপৰত গুম্‌টি যেন চাংঘৰত থাকিবলগীয়া হ'লহেঁতেন আৰু তাৰ পুতেকে মেট্ৰিকৰ্ত প্ৰথম বিভাগত পাছ কৰাটো সপোনৰো অগোচৰ আছিল বুলি মনাই মানে পিটাৰ পেগুৱে মোক এবাৰ কৈছিল। দ'কৈ ভাবি চালে কথাবোৰ কেতিয়াবা সঁচা যেন লাগে ছাৰ। আমাৰ তাত বহু যুগ আগৰ পৰা ইমানবোৰ হিন্দু ধৰ্মানুষ্ঠান থকা সত্বেও আমাৰ শিক্ষা-দীক্ষা আদিৰ উন্নতিৰ বাবে একো ব্যৱস্থা লোৱা আজিলৈকে মই হ'লে দেখা নাই ছাৰ''

'এইবোৰ বিতৰ্কিত বিষয় নন্দেশ্বৰ। তেনেবোৰ কথা ক্লাছত নপতাই ভাল। আমি এতিয়া মাতৃভাষাত পাঠদান কৰি. ছাত্ৰ-ছাত্ৰীক কেনেকৈ মাতৃভাষাৰ প্ৰতি আগ্ৰহী কৰি তুলিব পাৰি ইয়াৰ ওপৰত আলোচনা কৰিম।'

নন্দেশ্বৰে দীঘলীয়াকৈ কোৱা ধৰ্মীয় সংক্ৰান্তীয় কথাবোৰ বিৰ্তকিত বুলি কৈ মাতৃভাষাত পাঠদান কৰোতে ছাত্ৰ-ছাত্ৰীক কেনেকৈ নিজৰ মাতৃভাষাৰ প্ৰতি আকৰ্ষিত কৰি তুলিব পাৰি এই কথা অধ্যাপক গজেন মিলিয়ে কৈ গ'ল। প্ৰয়োজনবোধে দুই এটা মিচিং শব্দ আৰু বাক্য ৰোমান লিপিত ব্লেক বোৰ্ডত লিখি বানান কেনেকৈ লিখিব লাগে, উচ্চাৰণ কেনেকৈ কৰিব লাগে ইত্যাদি বুজালে।

অধ্যাপক গজেন মিলিয়ে মিচিং ভাষা পাঠদানৰ ওপৰত ক্লাছ লোৱা আৰম্ভ কৰোতে হঠাৎ মনলৈ অহা কথা কিছুমানে নন্দেশ্বৰক আমনি কৰাত লাগিল। মনৰ কথা ৰখাব নোৱাৰি সি কৈয়েই পেলালে।

'ধৰ্মক লৈ আৰু নকওঁ বুলি ভাবিও হঠাৎ এটা কথা মনত পৰাত ছাৰক সোধো বুলি ভাবিলো। বেয়া নাপাব ছাৰ। ডাঙৰ মানুহৰ সন্তানে ইংৰাজী মাধ্যমৰ স্কুলত পঢ়িলে তেওঁলোক খ্ৰীষ্টিয়ান হ'ব বুলি নাভাবে বা খ্ৰীষ্টিয়ান মিছনেৰীৰ প্ৰভাৱ ডাঙৰ মানুহৰ মাজত পৰিছে বুলি নকয়। আমাৰ সন্তানে তেনে স্কুলত পঢ়িলেহে সকলোৱে সন্দেহ প্ৰকাশ কৰে। আমাৰ অঞ্চলৰে কিশোৰানন্দ দেৱ গোস্বামী বোলা মাষ্টৰ জনৰ দদায়েকৰ ল'ৰাটোৱে ডন বস্কো স্কুলৰ পৰা মেট্ৰিকত অসমৰ ভিতৰত তৃতীয় স্থান লৈ পাছ কৰোতে তেওঁলোকো খ্ৰীষ্টিয়ান মিছনেৰীৰ প্ৰভাৱত পৰিছে বুলিতো কোনেও নক'লে! বৰঞ্চ সেই ডনবস্কো স্কুলখনৰ পৰা পাঁচজন ছাত্ৰই মেট্ৰিকত প্ৰথম বিশজনৰ ভিতৰত স্থানলাভ কৰা বাবে বাতৰি কাগজত ছাত্ৰক প্ৰশংসা কৰাৰ উপৰিও স্কুলখনক প্ৰশংসা কৰা পঢ়িবলৈ পাইছিলো। আমি সাধাৰণ গাঁৱলীয়া শিক্ষক হৈ কথাবোৰ বুজিবলৈকে টান পাইছো। ছাৰে অলপ বুজাই ক'ব নেকি?

'ধৰ্মীয় সংক্ৰান্তৰ কথা আৰু ক'ব নালাগে বুলি অলপ আগতে মই কৈছিলোৱেই দেখোন। নন্দেশ্বৰে কোৱা কথাবোৰ আলোচনা কৰিলে মাতৃভাষাত পাঠদান সম্পৰ্কীয় কথা আলোচনা কৰা নহ'বগৈ। সেয়ে ইমানতে ধৰ্মক লৈ আলোচনাৰ অন্ত পৰিল বুলি ধৰি লৈছো। পাছত কেতিয়াবা সময় পালে এই লৈ বিতং আলোচনা কৰিম।'

পুৱা দহ বজাৰ পৰা দুপৰীয়া এক বজালৈ মিচিং ভাষাৰ শিক্ষকসকলক মাতৃভাষাত পাঠদানৰ প্ৰশিক্ষণ অধ্যাপক গজেন মিলিয়ে দিওঁতে তেনেবোৰ কথা পাতি নন্দেশ্বৰৰ ভালেই লাগিছিল। স্কুল-কলেজ এৰা দিনৰে পৰা বাধ্য ছাত্ৰৰ দৰে ক্লাছত বহি থকাৰ অভ্যাস নাইকীয়া হোৱা বাবে প্ৰশিক্ষণলৈ বুলি অহা শিক্ষকসকলে হামিয়াবলৈ আৰম্ভ কৰোতেহে অৱশ্যে তেনেবোৰ কথা ওলাল। তেনে আলোচনা বন্ধ কৰি অধ্যাপক গজেন মিলিয়ে মিচিং ভাষাৰ ওপৰত বহু দীঘলীয়াকৈ বহু কথা ক'লে। মেট্ৰিক পাছ কৰি কলেজত দুবছৰমান পঢ়ি মিচিং ভাষা মাধ্যমৰ শিক্ষক হোৱা নন্দেশ্বৰে মিচিং ভাষাৰ বিষয়ে বিতংকৈ একো জনা নাছিল। অধ্যাপক গজেন মিলিয়ে মিচিং ভাষাৰ বিষয়ে কোৱা কথাবোৰৰ পৰা বহু কথা জনা যেন লাগিল নন্দেশ্বৰৰ।

অধ্যাপক গজেন মিলিয়ে কোৱামতে মিচিংসকলে নিজৰ ভাষাৰ লগত সম্পৰ্ক থকা ভাষাবোৰক তানি আগম বা মানৱ ভাষা বুলি কোৱা হয়। অসমৰ মিচিং ভাষাৰ লগত সম্পৰ্ক থকা ভাষা কোৱা অৰুণাচল প্ৰদেশৰ জনজাতি সমূহ হ'ল আদি, পাদাম, গালং, মিএঙং, নিচি, আপাতানি আৰু তেওঁলোকে নিজৰ জাতিগত সুকীয়া ভাষাৰ নামৰ বাহিৰেও সাধাৰণভাৱে তেওঁলোকৰ ভাষাক তানি আগম বা মানৱ ভাষা বুলি কয়।

উত্তৰ-পূৰ্ব ভাৰতৰ বেছিভাগ জনজাতিয়েই মংগোলীয় গোষ্ঠীৰ লোক বুলি কৈ অধ্যাপক গজেন মিলিয়ে ক'লে যে এই মঙ্গোলীয় গোষ্ঠীৰ লোকসকলৰ ভাষা তিব্বত-বৰ্মীয়। তিব্বত-বৰ্মী ভাষাৰ মূল হ'ল চীন-তিব্বতী বা কিৰাত। চীন-তিব্বতী ভাষাক থাইকৈ দুটা ভাষাত ভাগ কৰা হৈছে, এটা হ'ল তিব্বত-বৰ্মী আৰু আনটো চীন-শ্যামীয় ভাষা চীন, বৰ্মা, থাইলেণ্ড, কম্বোডিয়া আদি দেশৰ মানুহে কয়। তিব্বত-বৰ্মী ভাষাক কেবাটাও ভাষাৰ ভাগত ভাগ কৰা গৈছে, যেনে, তিব্বতী শাখা, হিমালয় শাখা অসমবৰ্মী শাখা আৰু উত্তৰ অসম শাখা।

মিচিং ভাষা তিব্বত-বৰ্মী ভাষাৰ উত্তৰ অসম শাখাত পৰে আৰু এই শাখাতে আঁকা, নিচি, আদি, মিচিমি ভাষাবোৰো পৰে। এই সকলোবিলাক জনগোষ্ঠীয়েই, নিজৰ জনগোষ্ঠীৰ নাম অনুসৰি ভষাৰ নাম দি লৈছে। যেনে, নিচি আগম, আদি আগম, মিচিং আগম, ইত্যাদি আৰু তেওঁলোকে কোৱা ভাষাকে তানি আগম বা মানৱ ভাষা বুলি কয়। এই উত্তৰ অসম শাখা বোলা ভাষা বিভাজনটো ভাষাতাত্ত্বিক নাম নহয়, ই এটা ভৌগোলিক নামাকৰণহে। উত্তৰ অসম শাখাৰ ভাষাসমূহৰ উপভাষাও আছে। যেনে, নিচিৰ মাজত আছে নিচি, আপাতানি, চুৰ্লু, বাংৰু। আদিৰ মাজত থকা উপভষাসমূহ হ'ল পাদাম, মিঞং, পাচি, পাঙ্গি, আৰ্চি, বৰি, মিলান, গালং, বকাৰ ইত্যাদি। মিচিংসকলৰ উপভাষাবোৰ হ'ল চাঃয়াং, অয়ান, পাগৰ, দাম্বুগ, দীলু, চমুৱাং আৰু মঃয়িং।

কলেজৰ শ্ৰেণীত ছাত্ৰক বুজাই যোৱাৰ দৰে অধ্যাপক গজেন মিলিয়ে মিচিং ভাষাৰ বিষয়ে কৈ যোৱা কথাবোৰ শুনি নন্দেশ্বৰে ভালেই পালে। বহু নজনা কথা জনা যেন লগা বাবে মন দি অধ্যাপক গজেন মিলিয়ে কোৱা কথাবোৰ শুনি গ'ল।

অধ্যাপক গজেন মিলিৰ মতে আতি আগমবিলাকৰ ভিতৰত নিচি, আদি আৰু মিচিং ভাষাৰ বহু মিল দেখা যায়। মিচিং সকলৰ চাঃয়াং, অয়ান, পাগৰ, দাম্বুগ্, দীলু, চমুৱাং, মঃয়িং উপভাষাবোৰ বেলেগ বেলেগ খেলত বা খেল নতুবা দল অনুযায়ী ব্যৱহৃত উপভাষাহে। চামুগুৰীয়া আৰু তামাৰ গঞা মিচিংসকলে সম্বন্ধবাচক, মিচিং দেৱ-দেৱীৰ নাম আৰু দৈনন্দিন লাগতিয়াল বস্তুৰ নামবোৰ মিচিং ভাষাত কয় যদিও তেওঁলোকৰ আজি-কালি মাতৃভাষা অসমীয়াহে। মিচিং উপভাষাৰ অয়ান্, পাগৰ, দীলু ভাষাৰ মাজত বিশেষ পাৰ্থক্য দেখা নাযায়। তেনেকৈ চমুৱাং আৰু মঃয়িং উপভাষাৰ মাজত মিল পোৱা যায়। চাঃয়ং আৰু দাম্বুগ্ উপভাষাৰ মাজতো মিল আছে। দল বা খেল হিচাপে এই উপভাষাসমূহ কোৱা মিচিং সকলে ইজনে সিজনৰ ভাষা অৱশ্যে সহজেই বুজি পায়।

অধ্যাপক গজেন মিলিয়ে মিচিং ভাষাৰ ওপৰত বিতংকৈ বুজাই দিয়াতহে নন্দেশ্বৰে বুজি পালে যে মিচিং ভাষা অঞ্চলভেদকৈ খেল বা দলভেদেহে অলপ বেলেগ যেন লাগে। বুজিব পাৰিলেও সহজে বুজিবলৈ টান পোৱা মৰিয়ণি ফালৰ

শিক্ষক প্ৰিয়ৰাম পাওগামৰ ভাষা কোন উপভাষাত পৰিব পাৰে বুলি ভাবি অধ্যাপক গজেন মিলিয়ে মিচিং ভাষাৰ ওপৰত দীঘলীয়া ভাষণ দি থাকোতে নন্দেশ্বৰে সুধিলে-

'মৰিয়ণিৰ পৰা অহা প্ৰিয়ৰাম পাওগামৰ মিচিং কথাবোৰ বুজি পাওঁ যদিও বুজাত অলপ সময় লগা নিচিনা হয়। মই কোৱা কথাও তেওঁৰ বাবে বুজাত অলপ সময় লাগে বোলে। আমাৰ দুজনৰ উপভাষা কি হ'ব পাৰে ছাৰ

'নন্দেশ্বৰ পেগু যেতিয়া আপোনাৰ উপভাষা পাগ্ৰৰ হ'ব। মৰিয়ণিৰ প্ৰিয়ৰাম পাওগামৰ উপভাষা চাঃয়াং বা মঃয়িং হ'ব পাৰে। সেয়ে আপোনালোক দুয়ো নিজৰ নিজৰ উপভাষাত কথা পাতোতে ইজনে-সিজনৰ কথাবোৰ অলপ আচহুৱা যেন পাইছে। ভাষাতো একেই, খেল অনুযায়ী অলপ পাৰ্থক্য থকা যেন লাগে। অলপ সময় কথা পাতিলে সকলো সহজ হৈ পৰে। পাওগামে মৰিয়ণি ফালে আকৌ মিচিং ভাষাৰ শিক্ষক হিচাপে নিযুক্তি পালে কেনেকৈ?'

'কিবা প্ৰকাৰে পালো আৰু ছাৰ স্কুলখন আমাৰ তাত নহয়, ককিলা মুখৰ ফালেহে। যোৰহাট হৈ বাছেৰে অহা-যোৱা কৰোঁ আৰু। ছাৰক এটা প্ৰশ্ন সুবিধা লগা আছিল; মানে আমি একেই মঙ্গোলীয় জাতৰ যদিও মৰিয়ণিত লগ পোৱা আও নগাসকলৰ ভাষা একেবাৰে বুজি নাপাওঁ দেখোন। কাৰণটো ছাৰে অলপ বুজাই ক'লে ভাল পাম।

মৰিয়ণিৰ শিক্ষক প্ৰিয়ৰাম পাওগামৰ কথা শুনি মিচিকিয়া হাঁহি মাৰি অধ্যাপক গজেন মিলিয়ে ক'লে, 'তিব্বত-বৰ্মী ভাষাক কেইবাটাও ভাগত ভাগ কৰা হৈছে বুলি মই অলপ আগেতে কোৱা নাছিলো জানো? আও, আংগামী, চেমা, টাংখুল আদি নগা ভাষীসকল অসম বৰ্মী শাখাত পৰে। আমাৰ মিচিং ভাষা পৰে উত্তৰ অসম শাখাত। সেয়ে আও নগাৰ ভাষাৰ লগত আমাৰ মিচিং ভাষাৰ মিল নাই। সেয়ে আপুনি আও নগাৰ ভাষা বুজি নাপায়। আমাৰ অসমৰ বড়োসকলৰ ভাষাও অসম বৰ্মী শাখাত পৰে। মঙ্গোলীয় হ'লেও বড়ো সকলৰ ভাষাও আপুনি বুজি নাপাব।'

'ছাৰে কোৱা কথাবোৰ বৰকৈ নুবুজিলেও যিকণ বুজিছোঁ তাৰ পৰাই আমি বহু উপকৃত হ'ম বুলি ভাবিছো। তাৰবাবে আজি ইয়াত উপস্থিত সকলো শিক্ষকৰ হৈ ছাৰক মই ধন্যবাদ জনালো।' প্ৰিয়ৰাম পাওগামে সন্তোষ মনেৰে ক'লে।

কিছু চিন্তিত হোৱাৰ দৰে কৰি অধ্যাপক গজেন মিলিয়ে ক'লে, 'মোক ধন্যবাদ নজনালেও হ'ব দিয়ক। আজি ইয়ালৈ অহা সকলো শিক্ষকে এটা কথা মনত ৰাখিব যাতে শিশুক প্ৰাথমিক শিক্ষা মাতৃভাষাত দিয়াৰ চেষ্টা কৰাত কৃপণালি নকৰে। প্ৰাথমিক শিক্ষা মাতৃভাষাত দিয়াৰ পাছত নিজৰ মাতৃভাষা আয়ত্ত্ব আহিলে তেনে শিশু ডাঙৰ হৈ যি ভাষা মাধ্যমতে পঢ়ে আমাৰ ক'বলগীয়া নাই।

মইয়ে আৰম্ভণিতে পৃথিৱীৰ বহু জনগোষ্ঠীৰ ভাষা হেৰাব লাগিছে বুলিছিলো তেনে অৱস্থা মিচিং ভাষাৰ যাতে নহয় এইটো আপোনালোকৰ দৰে শিক্ষকসকলে নিশ্চিত কৰিব লাগিব। মিচিং ভাষা সাহিত্যৰ উৎকৰ্ষ সাধন নিৰ্ভৰ কৰিছে আপোনোলোকৰ ওপৰত। মিচিং ভাষাৰ শিক্ষক হৈ এই কথা যেন আপোনালোকে সদায় মনত ৰাখে।'

দিনৰ এক বজাত ক্লাছ লোৱা শেষ কৰিয়েই আবেলিৰ ফেৰী ধৰিবলৈ লাগিব বুলি প্ৰশিক্ষণৰ বাবে অহা সকলো শিক্ষকক মাত লগাই অধ্যাপক গজেন মিলি খৰধৰকৈ গ'লগৈ। আবেলি তিনি বজাৰ পৰা আৰম্ভ হোৱা প্ৰশিক্ষণ দিছিলহি চহৰখনতে চাকৰি কৰি থকা কেন্দ্ৰীয় চৰকাৰৰ চাকৰিয়াল ৰমাকান্ত পেগুৱে। তেওঁ মিচিং ভাষাত লিখা কবিতা, গল্প, উপন্যাস আদি বিষয়ে ক'লে। তেওঁৰ কথাবোৰ লাগতিয়াল যেন লাগিলেও অধ্যাপক গজেন মিলিয়ে লোৱা ক্লাছটোৰ দৰে ভাল নালাগিল নন্দেশ্বৰৰ। কেন্দ্ৰীয় চৰকাৰৰ চাকৰিয়াল ৰমাকান্ত পেগুৱে মিচিং ভাষাত লিখি অনা প্ৰবন্ধ পাঠ কৰি শিক্ষকসকলক বুজাবলৈ চেষ্টা কৰা মানে গধূলি পাঁচ বাজি গৈছিল। ঘাটলৈ গৈ ফেৰী পোৱাৰ আশা নেদেখি ক্লাছ চলি থাকোতেই নন্দেশ্বৰে ৰাতিটো মৰিয়ণিৰ প্ৰিয়ৰাম পাওগামৰ ঘৰত কটাই পাছদিনা পুৱা যোৰহাট হৈ ঘাটলৈ যোৱাৰ বন্দোবস্তী কৰিব লগা হ'ল। প্ৰায় চাৰে পাঁচ বজামানত ক্লাছ শেষ হোৱাত ৰাতিটো মৰিয়ণিত থাকিবই যেতিয়া বজাৰকে অলপ কৰা যাওক বুলি প্ৰিয়ৰাম পাওগামক নন্দেশ্বৰে লগ ধৰিলে।

'প্ৰিয়ৰাম, আপোনাৰ ঘৰত আজি ৰাতি কটামেই যেতিয়া বলক মোৰ ল'ৰা-ছোৱালীহালৰ বাবে ইউনিফৰ্মকে কিনোগৈ। কালিলৈ পুৱা ফেৰী ঘাটলৈ বুলি যাওঁতে ইয়াৰ দোকান খোলা নাপাবও পাৰো। আপোনাৰ ইউনিফৰ্ম পোৱা চিনাকি দোকান আছে নহয়?'

নন্দেশ্বৰৰ কথা শুনি হাঁহি মাৰি প্ৰিয়ৰামে ক'লে, 'অ' আপোনাৰ ল'ৰা-ছোৱালীহালক চেণ্ট প'ল স্কুলত দিছে যেন পাওঁ! মোৰ দুটাকো মৰিয়ণিৰ চেণ্ট মেৰীজত দিছোঁ। সিহঁতৰ বাবে কিনা ইউনিফৰ্মৰ দোকানখন মোৰ চিনাকি, বলক তালৈকে যাওঁ।'

'বলক। পাছে ইউনিফৰ্ম কিনি মৰিয়ণি যোৱাৰ আগতে ইয়াৰ পৰা হাফ এটা লৈ যাব পাৰিম চাগে। দোকানবোৰ বন্ধ হোৱা নাই যেন পাওঁ।'

'ইমান সোনকালে দোকান ক'ত বন্ধ হ'ব? তাতে আজি-কালি সেই বিধ য'তে-ততে পায়। পাছে বিলাতীনো কেলেই, মোৰ ঘৰত ঘৰুৱাটো আছেই।'

'ঘৰুৱাটোকে কিমান খাব আৰু! ঘৰৰ পৰা আজি পুৱা আহোঁতে জীপগাড়ী, ফেৰী আৰু পাব্লিক বাছত ঠেকেচা খাই গাৰ বিষ এতিয়ামানে উঠিবলৈ আৰম্ভ কৰিছেই। অলপ বিলাতী ধৰিলেহে গাৰ বিষ যাব যেন পাইছো পাওগাম।'

ধেমেলীয়া সুৰত কথাখিনি কৈ ডাঙৰকৈ হাঁহি মাৰি দিলে নন্দেশ্বৰে। ইতিমধ্যে ৰিক্সাত উঠি ইউনিফৰ্মৰ দোকানলৈ বুলি দুয়ো যোৱা আৰম্ভ কৰিলে। কান্ধত ওলোমাই লোৱা মোনাটো ঠিক কৰি লৈ প্ৰিয়ৰাম পাওগামে ৰিক্সাৰ সন্মুখলৈ উদ্দেশ্যবিহীনভাবে চাই ক'লে,

'আজি গজেন মিলি ছাৰৰ কথাবোৰ শুনি কেনে পালে পেগু? মই হ'লে বৰ ভাল পালো দেই। ছাৰৰ ল'ৰাটোৱে বোলে এইবাৰ কেইবাটাও বিষয়ত লেটাৰ পাই মেট্ৰিকত প্ৰথম বিভাগত পাছ কৰিছে, কথাটো হয়নে?'

'হয়,' এটা দীঘল হুমুনিয়াহ কাঢ়ি নন্দেশ্বৰে পুনৰ ক'লে, 'ছাৰৰ ল'ৰাটো সেই চেণ্ট প'ল স্কুলৰ পৰাই পৰীক্ষা দিছিল। ল'ৰাটোৱে ইঞ্জিনীয়াৰ পঢ়িম বুলি কোৱা বাবে মিলি ছাৰে তাক কটন কলেজত বিজ্ঞান শাখাত নাম ভৰ্তি কৰি দিছে। ছাৰৰ জীয়েকো চেণ্ট প'ল স্কুলতে এইবাৰ ক্লাছ টেনত আছে। তাই হেনো ল'ৰাটোতকৈও ৰিজাল্ট ভাল কৰাৰ আশা আছে। তাইৰ ডাক্তৰণী হোৱাৰ ইচ্ছা বুলি শুনিছো।'

'ছাৰৰ ল'ৰা-ছোৱালীয়ে পাছে মিচিং ভাষা জানেনে নাই।'

'নাজানে। বাইদেউ মিচিং হ'লেও সৰুতে টাউনত ডাঙৰ-দীঘল হোৱা বাবে মিচিং ভাষা ক'ব নোৱাৰে। সেয়ে ল'ৰা-ছোৱালী হালেও ঘৰত মিচিং ভাষা কোৱাৰ সুবিধা নোপোৱাত মিচিং ভাষা নজনা হ'ল। সেই ছাৰে ক্লাছত কোৱা চামুগুৰীয়া আৰু তামাৰ গএগ্রা মিচিঙৰ দৰে হ'ল। সম্বন্ধ সূচক শব্দবোৰ মিচিং ভাষাত কয়, বাকীবোৰ অসমীয়াত কয়।'

'ভালেই হৈছে দিয়ক। আন ভাষাবোৰো পেগু ছাৰে কোৱা দৰে তানি আগম্ মানে মানৱ ভাষা, নহয় জানো?যাৰ যি ইচ্ছা সেইমতে তানি আগম্ মানে মানৱ ভাষা শিকাত আপত্তি থকাৰ কি যুক্তি আছে? সেইবোৰ দেখি শুনিয়েইতো ময়ো ল'ৰা-ছোৱালীহালক চেণ্ট মেৰীজ স্কুলত নাম ভৰ্তি কৰি দিলো।'

'এৰা, আপুনি কোৱা হিচাপত ইংৰাজী ভাষাওতো তানি আগম্ মানে মানৱ ভাষা। ইংৰাজী মাধ্যমৰ স্কুলত পঢ়ি মিলি ছাৰৰ ল'ৰা-ছোৱালীয়ে ডাক্তৰ-ইঞ্জিনীয়াৰ হ'ব বিচাৰিছে যেতিয়া আমাৰ ল'ৰা ছোৱালীও তেনে হওক। সেয়ে মোৰ হাল ল'ৰা-ছোৱালীকো চেণ্ট প'লত দিলো। আমাৰ চেণ্ট প'ল স্কুলৰ চকিদাৰ মনাই মানে পিটাৰ পেগুৰ ল'ৰাটো প্ৰথম বিভাগত মেট্ৰিক পাছ কৰিছে যেতিয়া ডাঙৰ অফিচাৰ হ'বগৈ যেন পাওঁ। ইচ্, এইবোৰ কথা কওঁতে বিলাতী অলপ ধৰিবৰ বৰ মন গৈছেহে পাওগাম। দোকানলৈ আৰু কিমান দূৰ? আপোনাৰ ঘৰ পোৱা মানে বহু ৰাতি হ'বগৈ যেন পাওঁ।'

'শিক্ষক হৈ এইবোৰ কথাত বিলাতী খাবৰ মন কৰিলে কি হ'ব পেগু?

—ঘৰুৱাতো খাবৰ মন গ'লে অলপ বেলেগ কথা, এইটো আমাৰ খাদ্যৰ

এটা অংগ। অভিজ্ঞতাৰ পৰা এটা কথা ভাবি মই আচৰিত হওঁহে পেণ্ড। কথাটো হ'ল আজি-কালিৰ মানুহে মুখত কয় এটা, কাম কৰে আন এটা। তানি আগম্ মানে মানুহে কোৱা কথাবোৰ সহজে বুজি পাবলৈকে মই টান পোৱা হৈছোঁগৈ। এইবোৰ কথা ভাবিলে মই আপোনাৰ ওলোটাতো হওঁ, মানে বিলাতী খোৱাতোটো বাদেই ঘৰুৱাটোকে খাবলৈ পাহৰি থাকো। কেতিয়াবা আকৌ ভাতকে খাবলৈ পাহৰো।'

'এইবোৰ কথা দীঘলীয়া নকৰাই ভাল হ'ব যেন লাগিছে পাওগাম। আমি শিক্ষক হিচাপে শ্ৰেণীত ছাত্ৰ-ছাত্ৰীক মাতৃভাষা ভালকৈ পঢ়াব লাগে, কথা ইমানেই। যি ছাত্ৰ-ছাত্ৰী আমাৰ স্কুললৈ আহিব সিহঁতকে আমি ভালকৈ পঢ়াম। মিলি ছাৰৰ কথা মতে আমি কাম কৰি গ'লেই হ'ব দিয়ক। আনৰ ব্যক্তিগত কথাবোৰ বেছিকৈ নপতাই ভাল। অ'ই ৰিক্সা, অলপ সোনকালে চলা, আমাৰ দেৰিয়েই হৈছে আৰু।' মাতৃভাষাত শিক্ষাদান সম্পৰ্কীয় শিক্ষক প্ৰশিক্ষণৰ আবেলিৰ ক্লাছ শেষ কৰি ৰিক্সাৰে ইউনিফৰ্মৰ দোকানলৈ বুলি গৈ থাকোতে নন্দেশ্বৰে কোৱা শেষৰ কথাখিনি শুনি প্ৰিয়ৰাম পাওগামে মনে মনে বহি ৰাস্তাৰ কাষৰ দোকানবোৰলৈ উদ্দেশ্যবিহীন ভাবে চাই গ'ল। প্ৰিয়ৰাম পাওগামে চোৱাৰ ফালে নন্দেশ্বৰেও চাই পঠালে। ৰিক্সাচালকে যিমান পাৰি সিমান খৰকৈ প্ৰেডেল মাৰিবলৈ চেষ্টা কৰিলে।

(তানি আগম শব্দৰ অৰ্থঃ মানব ভাষা। সাধাৰণ অৰ্থত মানুহৰ ভাষা)

# তুৰ্‌দাগাঃৰচঃ

সমগ্ৰ দেহত ইটো-সিটো অসুখে উক্ দিয়াত পানীৰাম পেগুৰ দুদিনমান অফিচ যোৱাটো হৈ নুঠিল।

একেটা কেম্পাচতে থকা সহকৰ্মী বন্ধু হেৰম্ব পাটৰৰ হাতত দুদিনৰ আকস্মিক ছুটীৰ দৰ্খাস্ত দি পঠিয়াই বিভাগীয় বৰ বাবুক পানীৰাম পেগুৰ যে গা অসুখ এই কথা নিজ মুখে ক'বলৈ কৈ পঠালে। পানীৰাম পেগুৰ অফিচ কৰাত প্ৰায়েই অনিয়ম হয় বাবে বৰ বাবুৱে তেওঁক বৰকৈ বিশ্বাস নকৰে, সেয়ে হেৰম্ব পাটৰক তেনেকৈ কৈ পঠাব লগা হ'ল।

পাঁচফুট পাঁচ ইঞ্চি ওখ গাঠলু দেহাৰ পানীৰাম পেগুক দেখাত অসুখীয়া যেন নালাগে। কেইদিনমানৰ আগতে পতা আলিয়েই লিগাং উৎসৱৰ দিনা এগ্ আদিন্ আৰু পঃৰঃ আপঙৰ লগত বিলাতীও অলপ বেছিকৈ ধৰাত পেটৰ অসুখত ভোগাৰ লগতে অনবৰত লাগি থকা উচ্চ ৰক্তচাপে পানীৰাম পেগুক ঘৰৰ পৰা ওলাব নোৱৰা অৱস্থা কৰি পেলালে। দেহত চুগাৰো বাঢ়িছে অৰ্থাৎ ডায়বেটিছ ৰোগেও আক্ৰমণ কৰা আৰম্ভ কৰিছে বুলি ডাক্তৰে খোৱা-বোৱাত সংযমী হ'বলৈ কেতিয়াবাই সাৱধান কৰি দিছিল যদিও আলিয়াই লিগাং উৎসৱৰ ভোজ... এগ্ আদিনৰ আঞ্জা আৰু পঃৰঃ আপঙৰ লোভত পৰি উদৰ পূৰাই খাই দিয়াত গাৰ অসুখত পানীৰাম পেগুৰ অফিচ যাব নোৱৰা অৱস্থা হ'ল।

অৱশ্যে খোৱা-বোৱাত সদায়েই আগৰণুৱা বুলি পানীৰাম পেগু বন্ধু-বৰ্গৰ মাজত প্ৰখ্যাত। মদেই হওক, মাংসই হওক বা চাহ, তামোল-পাণ, চিগাৰেট-চাধাই হওক পানীৰাম পেগুয়ে আনতকৈ সদায়েই বেছিকৈ খায় নতুবা আনতকৈ বেছি খাব পাৰো বুলি দেখুওৱাটো তেওঁৰ এটা স্বভাৱ। পানীৰাম পেগুৰ জীৱন দৰ্শনেই হ'ল তুৰ্‌দাগাঃৰচঃ অৰ্থাৎ জীয়াই থাকোতেহি খোৱা-বোৱা কৰি ফূৰ্তি কৰিব লাগে, মানুহৰ জীৱন এটাহে; মৰিলে খাবলৈ ক'ত পাব।

একৈশ বছৰ মানৰ আগতে দিছপুৰৰ অসম সচিবালয়ত নিম্ন বৰ্গৰ সহায়ক হিচাপে চৰকাৰী চাকৰিত যোগদান কৰা দিনৰে পৰা পানীৰাম পেগুয়ে এনে জীৱন দৰ্শনকেই পালন কৰি আহিছে। অসম সচিবালয়ৰ অফিচ কক্ষত পানীৰাম পেগুৰ টেবুলত এসোপা ফাইল দম হৈ গ'লেও চৰকাৰী কামত কোনোবা মানুহ তেওঁৰ ওচৰলৈ অহাৰ লগে লগে ফিকা চাহৰ অৰ্ডাৰ দি দীঘলীয়া গল্প মাৰি বহু সময় কটোৱাতো তেওঁৰ অভ্যাসত পৰিণত হৈ পৰিল। চাহৰ পাছত তামোল-চিগাৰেট খাই সদৌ শেহত চাধা এপাহি বাওঁহাতত মাৰি সোঁ হাতেৰ ঠাপ্ ঠাপ্‌কৈ চপৰিয়াই চূণ-চাধাৰ পৰিমাণ মনৰ জোখত হ'লে দাঁত আৰু ওঁঠৰ ফাঁকত ভৰাই

লৈ ফাইল চোৱাত লাগিছিল। কামৰ বাবে সচিবালয়লৈ অহা মানুহজনৰ লগত ইতিমধ্যে গধূলিৰ বাবে মদ-মাংসৰ আড্ডাৰ ব্যৱস্থাটো কৰি পেলাইছিল।

নিম্ন বৰ্গৰ সহায়ক হিচাপে কাম কৰি কেইবাটাও বছৰ পাৰ কৰি উচ্চবৰ্গৰ সহায়ক হোৱা পানীৰাম পেগুৰ তেনেবোৰ বদভ্যাস কমাতকৈ বেছিহে হ'ব ধৰিলে। সেয়ে অফিচৰ ফাইলৰ কাম বৰকৈ পৰি থকাৰ বাদেও নানা ধৰণৰ অসুখে পানীৰাম পেগুৰ দেহা জুৰুলা কৰি পেলালে। ফাইলৰ কাম সময়মতে নকৰা বাবে বিভাগীয় বৰ বাবুৰ লগত প্ৰায়েই তৰ্কত লিপ্ত হৈ পৰাতো পানীৰাম পেগুৰ অভ্যাসত পৰিণত হৈ পৰিল। সেয়ে বিভাগীয় ওপৰৱালা অফিচাৰ আৰু বৰবাবুৰ ৰোষত পৰি একোটা বিভাগত এবছৰতকৈ বেছি দিন থকাটো পানীৰাম পেগুৰ বাবে সম্ভৱপৰ হৈ নুঠিল। গুৱাহাটীৰ কেইবাটাও সংগঠনৰ শীৰ্ষ স্থানীয় নেতা আৰু ট্ৰাইবেল বেলফেয়াৰ মিনিষ্টাৰৰ লগত ভাল সম্পৰ্ক থকা বুলি পানীৰাম পেগুয়ে প্ৰায়ে প্ৰতিটো কথা প্ৰসঙ্গতে নিজেই জাহিৰ কৰি ফুৰে বাবেহে তেওঁৰ ওপৰত বিভাগীয় শাস্তিমূলক ব্যৱস্থা ল'বলৈ আজি পৰ্যন্ত ওপৰৱালা অফিচাৰে সাহস কৰা নাই। কিন্তু পানীৰাম পেগুৰ চৰকাৰী কামৰ নমুনা দেখি চাকৰিৰ পদোন্নতিত যে হস্তক্ষেপ কৰা নাই তেনে নহয়। কাৰণ একেলগে একেটাবছৰতে নিম্নবৰ্গৰ সহায়ক হিচাপে অসম সচিবালয়ত চাকৰিত যোগদান কৰা হেৰম্ব পাটৰ, যোগেন বড়োহঁত ইতিমধ্যে অৱৰ সচিব বা আন্দাৰ ছেক্ৰেটাৰী হ'লগৈ।

বিভাগীয় এনেবোৰ কথা পানীৰাম পেগুয়ে নজনা নহয়। নিজৰ দোষতহে যে সময়মতে পদোন্নতি পোৱা নাই এই কথা আনে নক'লেও পানীৰাম পেগুয়ে জানে। জানি শুনিয়েই মনৰ কোনোবা কোণত থকা অব্যক্ত বেদনা আৰু আক্ষেপৰ বাবে সুবিধা পালেই মদ-মাংস বেছিকৈ খোৱাতো কৰে। বিয়াৰ আগতেই আৰম্ভ কৰা বদাভ্যাসবোৰ বিয়াৰ পাছত এৰিম বলি পানীৰাম পেগুয়ে ভাবিছিল যদিও এৰিব নোৱাৰিলে। চাকৰি, সামাজিক কাম আৰু পৰিয়ালৰ বিভিন্ন সমস্যাৰ তাগিদাত তেনে বদাভ্যাসৰ মাত্ৰা বাঢ়িলহে।

সহকৰ্মী ডিম্বেশ্বৰ দলেৰ লগত বিয়া কৰোৱাৰ আগতে পানীৰাম পেগুয়ে এবাৰ ঢকুৱাখানাৰ মাতমৰালৈ পঃ ৰাগ উৎসৱ খাবলৈ গৈ দুদিনমান দলেৰ গাঁৱত কটাই আহিছিল। তাতে ডিম্বেশ্বৰ দলেৰ ভতিজা সম্পৰ্কীয় ছোৱালী সত্যৱতী দলেৰ লগত পানীৰাম পেগুৰ চিনাকি হৈছিল। আৰু বন্ধুবৰ ডিম্বেশ্বৰ দলেৰ প্ৰস্তাৱ মৰ্মেই এদিন সত্যৱতী দলে সত্যৱতী দলে পেগু হৈ পানীৰাম পেগুৰ দিছপুৰৰ অসম সচিবালয়ৰ কাষতে থকা আসাম টাইপৰ দুকোঠালীৰ চৰকাৰী ঘৰত সোমাইছিলহি। বিয়াৰ আগলৈকে পানীৰাম পেগুৰ লগত দিখৌমুখৰ পৰা ভায়েক আহি লগত আছিলহি। ভায়েক স্থানীয় কলেজ এখনত পঢ়ি আছিল। ন-কন্যা দুকোঠালীৰ চৰকাৰী গৃহত প্ৰৱেশ কৰাৰ লগে লগে পানীৰাম পেগুয়ে ভায়েকৰ

বাবে চৰকাৰী ঘৰটোৰ সন্মুখত বাঁহৰ বেৰা আৰু টিনৰ চালি দি ৰুম এটাৰ বন্দোবস্তী কৰিব লগাত পৰিছিল। নতুন এম এল এ হোষ্টেলৰ বালৰ সিপাৰে ৰাস্তাৰ দাঁতিত মুকলি বজাৰত পোৱা তক্তাপোচ এখন কিনি আনি ভায়েকলৈ বুলি বিছনাৰ ব্যৱস্থা কৰি দিব লগাত পৰিছিল।

প্ৰথম পুত্ৰ সন্তান আপ্লুন জন্ম হোৱাৰ পাছতহে বিয়া হোৱা এবছৰেই বাগৰিল বুলি পানীৰাম পেগুৰ মনত পৰিছিল। বিয়াৰ পাছত ন-কইনাক লৈ মিতিৰ-কুটুম খাই ফুৰোতে, সচিবালয়ত বন্ধু-বান্ধৱক চাহ-তাহ খোৱাই আড্ডা মাৰি থাকোঁতে বছৰটোনো কেনেকৈ পাৰ হ'ল পানীৰাম পেগুয়ে ধৰিবই নোৱাৰিলে। পুত্ৰ সন্তান জন্মৰ এবছৰ পাছত কন্যা সন্তান তাকাৰ পানীৰাম পেগুৰ পৰিয়াললৈ আহিছিল। দুটা সন্তান জন্মৰ আগলৈকে পানীৰাম পেগুয়ে ঘৈণীয়েক সত্যৱতী দলে মিলিৰ পৰা বিশেষ কথা শুনিব লগা নহৈছিল। সচিবালয়ৰ সহকৰ্মীৰ লগত মদ আৰু তাচ খেলৰ আড্ডাত কাৰোবাৰ ঘৰত বহি দুপৰ ৰাতি ঘৰলৈ আহিলেও ঘৈণীয়েক সত্যৱতীয়ে ভাত-পানীৰ যোগাৰ কৰি দিছিল। কিন্তু দিন বাগৰাৰ লগ লগে ল'ৰা-ছোৱালীহাল ডাঙৰ হৈ অহাত ঘৈণীয়েক সত্যৱতীৰ আপত্তি আৰম্ভ হ'বলৈ ধৰিলে।

'এসোপা মদ খাই লৈ প্ৰতিদিনে দুপৰ ৰাতি ঘৰলৈ আহিবলৈ আপোনাৰ হৈছে কি।'

'একো হোৱা নাই। এইবোৰত মাত মাতিবলৈ তোৰ দৰকাৰ নাই।'

মদৰ নিচাত বেপেৰুৱা ভাবত গিৰিয়েক পানীৰাম পেগুয়ে কোৱা শুনি সত্যৱতীয়ে খঙে অভিমানে একো নাই হৈ কৈছিল, 'কিয় নামাতিম। ল'ৰা-ছোৱালীহাল ডাঙৰ হৈ এতিয়া স্কুলত দিবৰ হ'ল। বাপেকটো হৈ সিহঁতৰ কথা নাভাবিলে হ'বনে? দুইটাকে এইবাৰ স্কুলত নাম লগাই দিব লাগে। আৰু আজিৰ পৰা ৰাতি মদ খাই আহিলে মই ভাত-পানী দিয়াত নাই।'

'এহ, মিছাকৈ খং কৰিছ কেলৈ! আমাৰ এই কেম্পাচতে এল পি স্কুলখন আছেচোন, তাহাঁতক তাত নাম লগাই দিলেই হ'ল। ভাইটোৰ লগত তাহাঁত হালক স্কুললৈ পঠিয়াই দিবি।'

'হয়, হয় উদণ্ডীয়া দমৰা গৰুৰ দৰে ঘূৰি ফুৰা আপোনাৰ ভাইটোৰ লগত মই আপ্লুন আৰু তাকাৰক স্কুলত নাম লগাবলৈ পঠাম! তাকো আকৌ অসমীয়া স্কুলত! এইবোৰ নহ'ব, সেই হেৰম্ব পাটৰৰ জীয়েকজনীয়ে পঢ়া ইংৰাজী স্কুলত তাহাঁতক নাম লগাই দিব লাগিব। দিনৌ এসোপা মদ পানী খাই লৈ ল'ৰা-ছোৱালীহালৰ ভৱিষ্যৎ চিন্তা নকৰিলেও মই মাকজনী হৈ চিন্তা নকৰিমনে।'

সেই যে হেৰম্ব পাটৰৰ জীয়েকজনীয়ে পঢ়া ইংৰাজী মাধ্যমৰ স্কুলৰ কথা ঘৈণীয়েক সত্যৱতী দলে মিলিয়ে কৈছিল, অৱশেষত পুতেক-জীয়েকক ইংৰাজী

মাধ্যমৰ স্কুলতে দিবলৈ পানীৰাম পেগু বাধ্যত পৰিল। ফলত এসময়ত সভাই-সমিতিয়ে বিশেষকৈ সচিবালয়ৰ অফিচ কক্ষত বন্ধু মহলৰ আগত অসমীয়া ভাষা-সাহিত্যৰ ওপৰত ভাষণ দিয়া, কলেজত অসমীয়া ভাষা-সাহিত্যৰ ওপৰত ভাষণ দিয়া, কলেজত পঢ়া দিনতে দুই-এটা কবিতা লিখাৰ কথা কৈ গৌৰৱ অনুভৱ কৰা পানীৰাম পেগুয়ে অসমীয়া ভাষা-সাহিত্যৰ ওপৰত ভাষণ দিয়াতো এৰাই চলিব লগা হ'ল।

অৱশ্যে মিচিং ভাষা-সাহিত্যৰ ওপৰত নিজৰ জনগোষ্ঠীয়ে পতা সভা-সমিতিত ভাষণ দিবলৈ পালে পানীৰাম পেগুয়ে বৰ ভাল পায়। যদিও মিচিং ভাষাত এটা বাক্যও লিখি পোৱা নাই তথাপিও আলিয়াই লিগাঙৰ দৰে উৎসৱত পঃ ৰঃ আপং অলপ পেটত পৰিলে পাতলীয়া নিচাত মিচিং ভাষা-সাহিত্যৰ ওপৰত বেছ দীঘলীয়াকৈ ভাষণ দিব পৰা গুণ পানীৰাম পেগুৰ আছে। তৰুণ পামেগাম, ভৃগুমুণি কাগয়ুং আদি মিচিং লেখকক মিচিং ভাষাত সাহিত্য চৰ্চা নকৰি অসমীয়া ভাষাত কৰা বাবে বক্ৰোক্তি কৰিবলৈ তেতিয়া পানীৰাম পেগুয়ে তেওঁৰ ভাষণত দ্বিধাবোধ নকৰে। তেওঁৰ বাক্ পটুতাৰ বাবেই সভাই-সমিতিয়ে নিজ জনগোষ্ঠীৰ মানুহে পানীৰাম পেগুক স্থানীয় নেতা হিচাপে জ্ঞান কৰি আহিছে। আৰু এই সুবিধাতে সভাই-সমিতিয়ে দীঘলীয়া বক্তৃতা দিয়া আৰ্হি সৰহকৈ মদ-মাংস খোঁৱাৰ অভ্যাস পানীৰাম পেগুৰ এৰাব নোৱৰা অভ্যাসত পৰিণত হৈছে। সন্তান দুটাক অৰ্থাৎ আপ্লুন আৰু তাকাৰক ইংৰাজী মাধ্যমৰ স্কুলত নাম লগোৱা দিনাৰে পৰা সত্যৱতী দলে পেগুৰ যেন কিছু পৰিৱৰ্তন আহিল। কথা-বতৰা, ব্যৱহাৰ পাতিত অলপ গহীন আৰু গৰ্বিতা হোৱা দৰে অনুভৱ কৰিলে পানীৰাম পেগুয়ে। অসমৰ ৰাজধানী দিছপুৰৰ অসম সচিবালয়ৰ চৌহদৰ কাষতে কোৱাৰ্টাৰ যেতিয়া পানীৰাম পেগুৰ ঘৰত প্ৰায় প্ৰতিদিনে আলহীৰ ভিৰ হয়। ঘৈণীয়েক সত্যৱতীৰ গাঁও মাতমৰা-ঢকুৱাখানা ফালৰ, নিজৰ গাওঁ শিৱসাগৰৰ দিখৌ মুখৰ ফালৰ মানুহ অনবৰতে পানীৰাম পেগুৰ ঘৰত ভিৰ কৰেহি। কোনোবাই স্কুল-কলেজৰ কামত আহে, কোনোবাই আকৌ এনেই ফুৰিবলৈ আহে। বাৰিষা কালত মাতমৰা-ঢকুৱাখানা বা দিখৌমুখত বানপানী হ'লে টকা-কড়ি বিচৰা মিতিৰ-কুটুমো ওলায়হি অৱশ্যে। তাৰ বাদেও কেম্পাচৰে বন্ধু মহলৰ পৰিয়াল কেইটাতো আছেই। সদায় নহ'লেও দেওবাৰৰ দিনা বেলতলা বজাৰৰ পৰা অনা গাহৰি মাংসৰ সোৱাদ ল'বলৈ বন্ধু মহলে পানীৰাম পেগুৰ ঘৰত এপাক মাৰেহি। সেয়ে ল'ৰা-ছোৱালীহালক ইংৰাজী মাধ্যমৰ স্কুলত দিয়াৰ পাছত উদৰ পূৰাই প্ৰতিদিনে মদ খালেও ঘৈণীয়েক সত্যৱতীয়ে গিৰিয়েক পানীৰাম পেগুক মিনিষ্টাৰৰ দৰে এক প্ৰকাৰ নেতা বুলি ধৰি লৈ মদ কোৱাত বৰকৈ আপত্তি নকৰা হ'ল।

ঘৰত অসমীয়া ভাষাত কথা পতাত আৰু ওচৰ-চুবুৰীয়া সমনীয়াৰ লগতো অনবৰত অসমীয়াতে কথা পতাত পানীৰাম পেগুৰ সন্তান দুটাই মিচিং ভাষা নজনা হ'ল। গাঁৱৰ পৰা মিতিৰ-কুটুম আহিলে এই লৈ কোনোৰকম অসমীয়া চহী কৰিব পৰা পানীৰাম পেগুৰ ঘৈণীয়েক সত্যৱতীয়ে গৌৰৱ নকৰা নহয়। এবাৰ গাঁৱৰ পৰা বুঢ়ী পেহীয়েক আহি আপ্লুন আৰু তাকাৰক মিচিং ভাষাত নাম-ধাম সোধোতে সত্যৱতীয়ে মিচিং ভাষাত পেহীয়েকক কৈছিল,

'ইহঁত হালে মিপাকৰ লগত থাকি মিপাক্ কৈ কৈ মিচিং ভাষা নজনাই হ'ল। ভালেই হৈছে, মিচিং ভাষা জানিনো কি লাভ হ'ব।'

সত্যৱতীৰ কথা শুনি পেহীয়েকে অসমীয়াত কৈছিল, 'অ' তওতি চবেই চামুগুৰিয়া অলি! পো-জীক মিপাক বনাই পেলালি! অ'ই আপ্লুন-তাকাৰ, এই পালে আচোন, কোন ইচ্‌কুলত পৰ' তওতে।'

'লিট'ল ফ্লাৱাৰত। যা এইজনী বুঢ়ী।' লাজত কথাখিনি কৈ আপ্লুন ঘৰৰ বাহিৰলৈ দৌৰ মাৰি ওলাই যোৱাত পিছে পিছে তাকাৰো দৌৰি ওলাই গ'ল।

আপ্লুন আৰু তাকাৰ ঘৰৰ পৰা ওলাই যোৱাত পেহীয়েকে হুমুনিয়াহ কাঢ়ি সত্যৱতীক মিচিঙত ক'লে, 'তইঁত মাক-বাপেক হালে ভাল কাম কৰা নাই। ল'ৰা-ছোৱালী দুটাক মিচিং ভাষা শিকাব লাগিছিল। সিহঁতে ডাঙৰ হ'লে মিচিং বুলি চিনাকি দিবলৈ লাজেই পোৱা হ'বচোন।'

'এহ্ য়াঁয়ীয়েযে কথাবোৰ কয়। মিচিং ভাষা কৈ সিহঁত গাঁৱৰ দৰে থাকিলে বাপেকৰ দৰে ডাঙৰ মানুহ হ'ব কেনেকৈ? সিহঁতক বাপেকৰ দৰে ডাঙৰ অফিচাৰ কৰিবওতো লাগিব।'

বাপেক মানে সত্যৱতীয়ে গিৰিয়েক পানীৰাম পেগুক ডাঙৰ অফিচাৰ বা ভৱিষ্যতৰ ৰাজনৈতিক নেতা বুলিয়েই ইমান বছৰে জ্ঞান কৰি আহিছে। গিৰিয়েক পানীৰাম পেগুয়েও সাধাৰণতে নিজকে অসম সচিবালয়ৰ কেৰাণী বুলি ঘৈণীয়েকৰ আগত পৰিচয় নিদিয়ে। সময়ত অৱৰ সচিব হ'বই যেতিয়া কেৰাণী বুলি নিজকে ঘৈণীয়েকৰ আগত সৰু কৰি দিয়াৰ যুক্তি বিয়া কৰোৱা দিনাৰে পৰা পানীৰাম পেগুয়ে বিচাৰি পোৱা নাছিল। সেয়ে ঘৈণীয়েক সত্যৱতীক ঘূণাক্ষৰেও নিজকে কেৰাণী বুলি পানীৰাম পেগুয়ে পৰিচয় দিয়া নাছিল। অৱশ্যে দিখৌমুখৰ বা মাতমৰা ঢকুৱাখানাৰ পৰা বা-বিধ্বস্ত মিটিৰ-কুটুমে টকা-পইচা বিচাৰি আহিলেহে কেৰাণীৰ দৰমহাটোৰে সহায় কৰাত পানীৰাম পেগু কিছু অসুবিধাত পৰিছিল।

এবাৰ মাতমৰা অঞ্চলত বৰ ডাঙৰকৈয়ে বানপানী হৈছিল। ব্ৰহ্মপুত্ৰৰ প্ৰবাল সোঁতে মিচিং গাঁও ভূই উটুৱাই নিঃশেষ কৰিলে। আন বছৰৰ দৰে বানৰ পাছতে খেতি পথাৰত পলস পেলোৱাৰ বিপৰীতে সেইবোৰ ব্ৰহ্মপুত্ৰৰ বানে বালিহে পেলাই থৈ গ'ল। মাতমৰাৰ গোটেই চাপৰি অঞ্চল মৰুভূমি হেন বালিৰ

চাপৰি হৈ পৰিল। বালিৰ ওপৰত যে খেতি-বাতি নহয় এই কথা বুজি মাতমৰাৰ ৰাইজে মূৰে-কপালে হাত দিলে। গাঁৱৰ অৱস্থাৰ কথা গম পাই টকা-পইচা অলপ লৈ বানপানীৰ পাছত গাঁৱৰ ঘৰলৈ এপাক গৈ আহিবলৈ সত্যবতীয়ে গিৰিয়েক পানীৰাম পেগুক লগ ধৰিছিল। কিন্তু পানীৰাম পেগুয়ে গা বেয়া, সময় নাই, কামৰ বোজা, ছুটী নাই, আপুন তাকাৰৰ স্কুল ক্ষতি হ'ব ইত্যাদি ইত্যাদি কৈ নানা ধৰণৰ অজুহাত দেখুৱাই মাতমৰালৈ যোৱাত ঘৈণীয়েক সত্যবতীক নিৰুৎসাহ কৰিছিল। বানপানী হ'ব লগা আছিল হৈ গ'ল, এতিয়া থকা-মেলা, খোৱা-বোৱা, পিন্ধা-উৰাবে অসুবিধা হোৱা গাঁৱত মিতিৰ খাবলৈ যোৱাতো ঠিক নহয় বুলিও পানীৰাম পেগুয়ে ঘৈণীয়েক সত্যবতীক বুজাইছিল।

'এইবাৰ বানপানীয়ে আমাৰ গাঁওখনৰ চাংঘৰবোৰ একেবাৰে উটুৱাই নিলে বোলে। খেতি পথাৰত বালিও পেলাই থৈ গ'ল বুলি শুনিছো। গাঁৱৰ ঘৰত ভাত খাবলৈ এমুঠিও চাউল নাই বুলি খবৰ পাইছো। এতিয়া বান কমিল যেতিয়া টকা-পইচা অলপ যোগাৰ কৰক, গাঁৱলৈকে এপাক গৈ খা-খবৰ লৈ আহোঁ।'

ঘৈণীয়েক সত্যৱতীৰ প্ৰস্তাৱ শুনাৰ লগে লগে উচপ খোৱাৰ দৰে পানীৰাম পেগুয়ে কৈছিল, 'কি কথা কৈছ অ'ই। মোৰ দেহাৰ অৱস্থা দেখা নাই? এনে অসুখীয়া গাৰে এতিয়া মাতমৰালৈ যাওঁ কেনেকৈ?'

'অ' এইটো দেহাৰে দিনৌ মদ পানী খাব পাৰে, ৰাতি ১২টা-এটা বজালৈ তাচ-পাত খেলিব পাৰে আৰু মাতমৰালৈ বুলি লগ ধৰিলে গা বেয়া হয়।'

'গা ভালেই হ'ল যেনিবা, অফিচত যিহে কাম ছুটী পাওঁ ক'ৰ পৰা? তাৰ উপৰি আমি মাতমৰালৈ গ'লে আপুনহঁতৰ স্কুল খতি নহ'বনে?'

গিৰিয়েকক সৈমান কৰাব নোৱাৰিব বুলি জানিও সত্যবতীয়ে শেষবাৰৰ বাবে অনুৰোধ কৰি চালে, 'আপুনহঁতৰ দুদিনমান স্কুল খতি হ'লেও একো নহয় দিয়ক। গাঁৱলৈ যেনে-তেনে এবাৰ গৈ অহা হ'লে ভাল আছিল।'

'আপুনহঁতক এতিয়া স্কুল খতি কৰাব নোৱাৰো। মোৰ নিজৰেই গা বেয়া, গাঁৱলৈ গৈ লেতেৰা পানী-দুনী খাই মোৰ লগতে সিহঁতৰো বেমাৰ-আজাৰ হ'লে বিপদেই হ'ব। গাঁৱৰ পৰা মানুহচোন আমাৰ ইয়ালৈ আহিয়ে থাকে। এইবাৰ আহিলে টকা-পইচা দি পঠাম।'

'তথাপিও'

'তথাপিও মানে?' ঘৈণীয়েকে নেৰা-নেপেৰাকৈ ধৰাত পানীৰাম পেগুয়ে অলপ টান সুৰতে ক'লে, 'গাঁৱৰ ঘৰলৈ ইমান যাবৰ মন যদি তই অকলেই যা। চিন্তা নকৰিবি অহা-যোৱা বাছৰ ভাৰা দি পঠাম। পিছে লক্ষীমপুৰ-ঢকুৱাখানা হৈ এতিয়া মাতমৰালৈ যাব নোৱাৰিবি। শিৱসাগৰ-দিচাংমুখ হৈ যাব লাগিব অকলে যাব পাৰ যদি আজিয়েই গুলাবি।'

গিৰিয়েকৰ এনে ৰূঢ় সুৰ কোৱা কথা শুনি গাঁৱৰ ঘৰলৈ যোৱাতো সত্যৱতীৰ হৈ নুঠিল। গিৰিয়েক পানীৰাম পেগুৱে কোৱা কথাবোৰ একেবাৰে মিছাও নহয়। গুৱাহাটীত ডাঙৰ-দীঘল হোৱা আত্মনইঁতৰ গাঁৱৰ ঘৰত যদি বেমাৰ-আজাৰ হয় কি হ'ব। আৰু তেনে হ'ব লাগিলেতো তাইক সহায় কৰোতা কোনো নোলাব। গিৰিয়েক পানীৰাম পেগুৱেতো অভাৱৰ দিনতো গাঁৱত আপং বিচাৰি খাই-মেলি ঘূৰি ফুৰিব। এনেবোৰ কথা ভাবি সত্যৱতীয়ে গাঁৱৰ ঘৰলৈ যোৱা কথাতো বাদেই দিছিল। ঘৈণীয়েক সত্যৱতীৰ সৰলতাক যে সহজেই কাবু কৰিব পাৰি এই কথা বিয়া হোৱা দিনাৰে পৰা পানীৰাম পেগুৱে সহজেই হৃদয়ঙ্গম কৰিব পাৰিছিল। সেয়ে বহুবোৰ অজুহাত হেখুৱাই ঢকুৱাখানা মাতমৰাত থকা ঘৈণীয়েকৰ গাঁৱলৈ যাব নোৱৰা কথাটোত সত্যৱতীক সহজেই সৈমান কৰাব পাৰিছিল। বানবিধ্বস্ত মিতিৰ-কুটুমক খবৰ কৰিবলৈ যোৱাটো তাৰো কৰ্তব্য বুলি পানীৰাম পেগুৱে জানে, কিন্তু কেৰাণীগিৰি কৰি পোৱা দৰমহাৰ টকাৰে মিতিৰ-কুটুমক সি সহায় কৰে কেনেকৈ? গুৱাহাটীলৈ মিতিৰ-কুটুম আহিলে অৱশ্যে অহা-যোৱা বাছ ভাৰা নিদিয়াকৈ নাথাকে। কিন্তু গাঁৱৰ অঙহী-বঙহীৰ উৎপাত কেতিয়াবা ইমান বেছি হয় যে পুৱাই অফিচত কাম আছে বুলি পানীৰাম পেগু ঘৰৰ পৰা ওলাই যাব লগা অৱস্থা হয় আৰু ৰাতিৰ বাছত আলহী ঘূৰি নোযোৱা পৰ্যন্ত ক'ৰবাত আড্ডা মাৰি মাজ নিশালৈকে কটাবলগীয়া হয়। এইবোৰ কথা ঘৈণীয়েক সত্যৱতীকতো আৰু ক'ব নোৱাৰি।

গাঁৱৰ পৰা আত্মীয় মানুহ আহিলে আত্মন আৰু তাকাৰে মিচিং ভাষা নাজানে অসমীয়া ভাষাহে জানে বুলি কৈ গৌৰৱ অনুভৱ কৰাৰ দৰে গিৰিয়েক পানীৰাম পেগুৰ বন্ধু পত্নীৰ লগত কথা পাতিলেও নিজৰ সন্তান দুটাই ইংৰাজী জনাৰ কথা কৈ সত্যৱতীয়ে গৌৰৱ অনুভৱ কৰিছিল।

'আপোনাৰ ল'ৰা-ছোৱালীহালে বৰ ধুনীয়া অসমীয়া কয় দেই। কথা পাতিলে ধৰিবই নোৱাৰি তাহাঁত মিচিং বুলি।'

'অহমীয়াত কতা ক'লেও লিকিব-পৰিব নোৱাৰে। তাঙাতি অকল ইংচিতে লেকা-পৰা কৰে। ইচ্কুলতো বাপেকে আদায় ইচ্কুটাৰত তৈ আহিব লাগে।' দিছপুৰত বহু বছৰ থকা সত্ত্বেও শুদ্ধকৈ অসমীয়া ভাষা ক'ব নোৱৰা পানীৰাম মিলিৰ ঘৈণীয়েক সত্যৱতীয়ে তেনেদৰেই গৌৰৱেৰে পুতেক-জীয়েকৰ কথা কয়।

'এৰা পায়, ইংলিচ স্কুলত পঢ়ি আপোনাৰ ল'ৰা-ছোৱালী ডাঙৰ চাহাবৰ ল'ৰা-ছোৱালীৰ দৰে ডাঙৰ মানুহ হ'বগৈ। আমাৰবোৰহে কি হয়গৈ জানো! আমাৰো ল'ৰা-ছোৱালীক ইংলিচ স্কুলত পঠাব লাগে বুলি মোৰ মানুহজনক কিমান বাৰ যে ক'লো, নুশুনিলে আৰু!'

পানীৰাম পেগুৰ বন্ধু পত্নীয়ে হুমুনিয়াহ কাঢ়ি কোৱা কথা শুনি আত্ম গৌৰৱেৰে সত্যৱতীয়ে ক'লে, 'আমাৰ মানুহজন আকৌ ডাঙৰ অপিচাৰৰ লগত

কাম কৰে, এই কাৰণে তাকাৰ আৰু আধুনক ইংলিচ ইচ্‌কুলত পতাব লগাত পৰিলো। অকমীয়া ইচ্‌কুলো বাৰু অব লাগে দে।'

এনেবোৰ কথাত ঘৈণীয়েক সত্যৱতীক যে চুবুৰীয়া কোনো তিৰোতাই চেৰ পেলাব নোৱাৰে এই কথা পানীৰাম পেগুৰ জনা আছিল। সেয়ে গিৰিয়েক চাই তিৰী বুলি কেতিয়াবা হেৰম্ব পাটৰইঁতে পানীৰাম পেগুক জোকালেও সি নুশুনা ভাও জুৰি থাকিবলগাত পৰিছিল।

গিৰিয়েকক প্ৰাণতকৈও ভাল পোৱা সত্যৱতীৰ দৰে তিৰোতাৰো সময়ত মোহভংগ হৈছিল গিৰিয়েক পানীৰাম পেগুৰ বদাভ্যাসবোৰ এৰাব নোৱাৰি। মেল-মিটিঙত বা সকাম-নিকামত মদ-মাংস আদি গিৰিয়েক পানীৰাম পেগুয়ে অলপ বেছিকৈ খালেও বিশেষ আপত্তি কৰিব লগীয়া নাছিল, কাৰণ মিচিং মানুহে খোৱা-বোৱাৰ আগতে অলপ আপং বা মদ খাই বুলি সৰুকালৰ পৰাই সত্যৱতীয়ে জানে। কিন্তু অফিচ ছুটীৰ পাছত নতুবা বন্ধৰ দিনতো বন্ধুবৰ্গৰ লগত গিৰিয়েক পানীৰাম পেগুয়ে তাচ খেলৰ আড্ডাত বহি সময়ে অসময়ে মদ খোৱা দেখি সত্যৱতীয়ে সহ্য কৰিব নোৱৰা হৈ আহিছিল। এই লৈ গিৰিয়েকৰ লগত মাজে সময়ে কাজিয়া কৰিবলগাত পৰিছিল। লগত থকা গিৰিয়েকৰ ভায়েকো কলেজত পঢ়াৰ নামত ক'লৈ যায় কি কৰে সত্যৱতীয়ে একোৱেই গম পোৱা নাছিল। পুত্ৰাই সন্তান দুটা স্কুললৈ যোৱাৰ পাছত দিনটো অকলশৰীয়াকৈ কটাবলগা হোৱা, এনেকি মাজ নিশা পৰ্যন্ত ঘৰত মতা মানুহ নথকাত অকলশৰীয়াভাৱ এটাই অহৰহ পীড়া কৰি থকাত সত্যৱতীয়ে কিছু মানসিক অশান্তিত ভূগিবলৈ আৰম্ভ কৰিছিল। তেনে অৱস্থাত গাঁৱৰ ঘৰৰ পৰা ভনীয়েকক আনি লগত ৰখাটো সত্যৱতীয়ে ঠিক কৰি পেলাইছিল। এই কথা লৈয়ো গিৰিয়েক পানীৰাম পেগুৰ লগত ডাঙৰ কাজিয়া এখনেই হৈছিল।

'আপুনিতো মদ-মাংস, তাচ খেলা পালে ঘৰখনেই পাহৰি থাকে। ঘৰখনত খাবলৈ চাউল-দাইল আছেনে নাই এইকণ খবৰো নাৰাখে।'

'কেলৈ ভাইটো নাই জানো?' তাক বজাৰলৈ পঠাব লাগে। মোৰ বজাৰ-সমাৰ কৰাৰ সময় নাই বুজিছ।'

'অ' তাচ খেলিবলৈ, আড্ডা মাৰি মদ খাবলৈ সময় হয়, বজাৰ কৰিবলৈহে সময় নহয়। আপোনাৰ ভাই বোলা উদণ্ডীয়া দমৰাহেন ল'ৰাটো খন্তেক সময়ো ঘৰত থাকে বুলি ভাবিছে নেকি? একেবাৰে ককায়েক চাই ভায়েক। আৰু সি থাকিলেই যেনিবা, মোক বজাৰ-সমাৰ কৰিবলৈ কেতিয়াবা টকা-পইচা দি পাইছেনে?

'ইচ্, ইচ্ ডাঙৰলৈ চিঞৰি কাজিয়াখন নকৰিবিচোন। কাষৰ ঘৰে শুনিব। তুৰ্দাগাঃৰচঃ অৰ্থাৎ জীয়াই থাকোতেহে খোৱা-বোৱা, খেলা-ধূলা কৰিছো, ইমানকৈ খং কৰিব লাগে কেলেই?'

'অ' তুৰ্‌দাগাঃৰচঃ, তুৰ্‌দাগাঃৰচঃ বুলি কৈ মোক ইমান বছৰে ফুচুলাই আছে। আপোনাৰ কথা মই সকলো গম পাই আছোঁ। লোকে মানে সেই হেৰম্ব পাটৰইঁতে গুৱাহাটীত মাটি-বাৰী লৈ ঘৰ-বাৰী বনাবলৈ আৰম্ভ কৰিলেই, আমাৰজনে আকৌ ঘৰখনো চলাব নোৱাৰে।'

'আনৰ লগত এই পানীৰাম পেগুক তুলনা নকৰিবি দেই। কথা বেয়া হ'ব। মই কোন তই আজিলৈকে চিনি পোৱা নাই হ'বলা।'

'আপোনাক চিনি পাবলৈ মোৰ এতিয়াও আৰু বাকী আছেনে? মদাহী ক'ৰবাৰ। মই হ'লে ভনীজনীক গাঁৱৰ পৰা আনি লগত ৰাখিম বুলি ভাবিছোঁ। ইয়াত মই দিনে-ৰাতিয়ে অকলে থাকি আপোনাৰ সন্তানক চম্ভালিব নোৱাৰোঁ।'

ঘৈণীয়েক সত্যৱতীৰ খং আৰু অভিমানত কোৱা কথাবোৰ পেলাব নোৱাৰি খুলশালী ছোৱালীজনক গাঁৱৰ পৰা আনি লগত ৰাখিব লগা হোৱাত পানীৰাম পেগুয়ে ভায়েকক পৈত্ৰিক সম্পত্তি চম্ভালিবলৈ লাগে বুলি গাঁৱলৈ ঘূৰাই পঠাবলৈ বাধ্য হ'ল। অৱশ্যে ভায়েক গাঁৱলৈ ঘূৰি যোৱাত পানীৰাম পেগুয়ে একপ্ৰকাৰ ভালেই পালে। কাৰণ কলেজত পঢ়াৰ নামত সি ককায়েকৰ দৰে য'তে-ত'তে আড্ডা মাৰি ফুৰি কেইবাটাও বছৰ নষ্ট কৰিলে। বি এটো হ'লে পাছ কৰিব নোৱাৰিলে। আগৰ গৰু যেনি যায় পাছৰ গৰু তেনি যায় বোলা বচন ফাঁকিৰ সত্যতা পানীৰাম পেগুয়ে ভায়েকক টকা-পইচা যোগান দি পঢ়াই থাকোতে ভালকৈয়ে উপলব্ধি কৰিলে।

তিনিবাৰকৈ মেট্ৰিক পৰীক্ষা দিও মেট্ৰিকৰ দেওনা পাৰ হ'ব নোৱৰা পানীৰাম পেগুৰ খুলশালী ছোৱালীজনী বায়েকৰ লগত থাকিবলৈ অহাত টিনৰ চালিৰ ৰুমত ভায়েকে ব্যৱহাৰ কৰা বিছনাখনকে ড্ৰয়িং ৰুমলৈ আনি থকাৰ ব্যৱস্থা কৰি দিব লগা হ'ল। ছোৱালী মানুহ, বাঁহৰ বেৰা থকা টিঙৰ চালিৰ অকলশৰীয়া ৰুমত অকলে শুৱাটো ঠিক নহয় বুলি ঘৈণীয়েক সত্যৱতীয়ে কোৱা বাবেহে অনিচ্ছা সত্বেও পানীৰাম পেগুয়ে এইখিনি কৰিব লগা হ'ল।

কেইবা বছৰো ভায়েকে থকা কোৱাৰ্টাৰৰ সন্মুখৰ টিন আৰু বাঁহৰ বেৰাৰ সৰু ৰুমটো অলপ মেৰামতি কৰি খুলশানীজনীৰ বাবে তাঁত-শাল এখনো যোগাৰ কৰি দিবলগীয়া হ'ল পানীৰাম পেগুয়ে। ঘৈণীয়েক সত্যৱতীৰ কথা মতেই সূতা আদি গণেশগুৰি বজাৰৰ পৰা ধাৰলৈ আনি তাঁত শাল যোগাৰ কৰাত পানীৰাম পেগুয়ে এক প্ৰকাৰ ভালেই পালে। খুলশালীজনী তাঁত-শালত লাগি থাকিলে গুৱাহাটীত অন্ততঃ ৰৰকৈ ফুৰা-চকা কৰিব নোৱাৰিব। অন্যথাই ছোৱালী মানুহ হ'লেও গুৱাহাটীত ভায়েকৰ দৰে ফুৰা-চকা কৰা অভ্যাসটো হ'ব লাগিলে পানীৰাম পেগুৰ একপ্ৰকাৰ বিপদেই। সেয়ে খুলশালীজনীৰ বাবে তাঁতশাল পাতি দি বৰ বুধিয়কৰ কাম কৰা যেন ভাব হ'ল পানীৰাম মিলিৰ।

নিজৰ ৰীতি-নিয়ম, ভাষা-সংস্কৃতি আদি পাহৰিব নাপায়, মোৰ ঘৰত যাব, গুৱাহাটীহেন ঠাইতো মোৰ তেনেই সৰু চৰকাৰী কোৱাৰ্টাৰতো মই তাঁত-শালৰ ব্যৱস্থা কৰি লৈছোঁ বুলি মেলে-মিটিঙে ভাষণ দিয়াৰ সুবিধা এটা হ'ল বুলি পানীৰাম পেগুয়ে খুলশালীজনীক অনা বাবে ঘৈণীয়েক সত্যৱতীৰ প্ৰতি এক প্ৰকাশৰ কৃতজ্ঞই হ'ল। খুলশালীজনীৰ তাঁত-শালৰ মাকো মৰা শব্দ প্ৰথমবাৰৰ বাবে শুনাৰ দিনা নিশা ঘৈণীয়েক সত্যৱতীলৈ কৃতজ্ঞতাৰ চিন স্বৰূপে পানীৰাম পেগুয়ে কোৱাৰ্টাৰৰ কাষতে লাগি থকা ছুপাৰ মাৰ্কেটৰ পৰা চালানি বৌমাছ আনি ভাত এসাজ ভালদৰেই খালে। মদ নাখালেই নহয় যদিও সেই নিশা পানীৰাম পেগুয়ে অলপ কমকৈ মদ খালে। ৰাতি তাকাৰক সাৱটি নিচিন্ত মনে শুই থকা ঘৈনীয়েক সত্যৱতীৰ বাউসীত ধৰি পানীৰাম পেগুয়ে লাহেকৈ ক'লে,

'চাওঁ, এইফালে আহাঁচোন, তুৰ্দাগাঃৰচঃ'।

হঠাৎ টোপনিৰ পৰা সাৰ পাই বিৰক্তিৰে গিৰিয়েকৰ হাতখন জোৰেৰে ঠেলি পঠিয়াই সত্যৱতীয়ে ক'লে, 'এতিয়া এইবোৰ নহ'ব। আজি ঘৰত ভাত সোনকালে খাওঁতেই মই আপোনাৰ মতলব গম পাইছোঁ নহয়! সিটো কমত ভনীজনী শুইছে, টোপনি যোৱাই নাই চাগে। চাওঁ আঁতৰি শুৱক।'

'মনে মনে ক'চোন। অলপ সময়ৰ বাবেহে, তুৰ্দাগাঃৰচঃ ।'

'তুৰ্দাগাঃৰচঃ , তুৰ্দাগাঃৰচঃ বুলি ক'লেও এতিয়া নহ'ব। ছিঃ মুখত মদ-তামোলৰ ইমান গোন্ধ, চিৰিয়াখানাৰ গৰালত ভৰাই থোৱা বাঘৰ মুখৰ গোন্ধৰ দৰে।'

চিৰিয়াখানাৰ বাঘৰ মুখৰ গোন্ধৰ লগত তেওঁৰ মুখৰ গোন্ধ তুলনা কৰাত হঠাৎ ঘৈণীয়েকৰ প্ৰতি মৰম উপজা পানীৰাম মিলিয়ে বৰকৈ লাজ পালে। বহু সময় ওপৰ মুৱাকৈ শুই থাকি টোপনি যাবলৈ চেষ্টা কৰিও টোপনি যাব নোৱাৰিলে। অসম সচিবালয়ত কেৰাণী চাকৰি কৰা আৰু চিৰিয়াখানাৰ গৰালত বাঘৰ দৰে সোমাই থকাৰ একো পাৰ্থক্য পানীৰাম মিলিয়ে বিচাৰি নাপালে। বাঘটোৱে গৰালৰ ভিতৰত সোমাই থাকিলেও অন্ততঃ বিনা খৰচত খোৱা-বোৱা পাই থাকে। চিৰিয়াখানাৰ দৰেই চাৰিওফালে পকীৰ দেৱাল থকা সচিবালয়ৰ বাঘৰ গৰালৰ দৰে সৰু কোঠাত ফাইলৰ দমৰ তলত বহি থাকি বিনা খৰচত চলা কথাটো বাদেই বৰ বাবুৰ পৰা আৰম্ভ কৰি ওপৰৱালা অফিচাৰৰ পৰা টান কথাহে শুনিব লগীয়া হয়। কেৰাণীগিৰি কৰি মাহেকৰ মূৰত পোৱা সামান্য দৰমহাৰে ঘৰখন চলোৱাইচোন টান। এই হিচাপত চিৰিয়াখানাৰ বাঘটোৱেই যেন বেছি ভাগ্যবান। তুৰ্দাগাঃৰচঃ অৰ্থাৎ জীয়াই থাকোতেহে এইবোৰ ভৰাতনো আপত্তি

কি? টোপনি যাবলৈ চেষ্টা কৰিও টোপনি নহাত আৰু অলপ মদ খোৱা হ'লেই ভাল আছিল বুলি পানীৰাম পেগুয়ে এনেবোৰ কথা ভাবি ওপৰমুৰাকৈ বিছনাত পৰি থাকিল।

**শব্দ-অৰ্থঃ** তুৰ্‌দাগাঃৰচঃ—জীয়াই থাকোতেহে। এগ্ আদিন্—গাহৰি মঙহ।। পঃৰঃ আপং—ছাই মদ।। আলিয়াই লিগাং— কৃষি উৎসৱ।। দনাম্-তীঃনাম্ খোৱা-বোৱা।। পঃৰাগ —উৎসৱ- বিয়া হৈ গাঁও এৰা গাভৰু ছোৱালীক পৰিয়ালসহ মাত্তি পঠিয়াই ভোজভাত খোৱা উৎসৱ।। মিপাক্-অনা-মিচিং অসমত অসমীয়াক বুজাবলৈ।। আগ্নুনতাকাৰ—ফুল-তৰা মৰমতে মতা ঘৰুৱা নাম।। যাঁয়ী—পেহী-খুৰী।। চামুগুৰিয়া মিচিং ভাষা নজনা মিচিং। তেওঁলোকৰ মাতৃভাষা অসমীয়া।

# উত্তৰাধিকাৰীৰ জন্ম লগ্নত

জীয়াই থকাৰ বাবে সাংবাদিকতাকেই বৃত্তি হিচাপে ল'বলগীয়া হ'বগৈ বুলি সৰ্বানন্দ বৰুৱাই কেতিয়াও ভবা নাছিল। অৱশ্যে অন্য বৃত্তিৰ প্ৰতিও বৰুৱাৰ আকৰ্ষণ আছিল বুলিব নোৱাৰি। ইঘৰ-সিঘৰত বিভিন্ন বিষয়ত, বিশেষকৈ সামাজিক, সাংস্কৃতিক, ৰাজনৈতিক আদি বিষয়ৰ ওপৰত অনৰ্গল বক্তৃতাৰ ফুলজাৰি মাৰি দুবেলা দুসাজ ভাত খাবলৈ পালেই সৰ্বানন্দ বৰুৱাৰ বাবে যথেষ্ট আছিল। চল্লিশৰ দেওনা পাৰ হোৱালৈকে বৰুৱাৰ দায়িত্ব জ্ঞান বোলা বস্তুটো মগজত খেলোৱা নাছিল। বন্ধু-বান্ধৱৰ হেঁচাত পৰি নিতাই পুখুৰীৰ অনিমা হাজৰিকা অনিমা বৰুৱা হোৱাৰ বহু বছৰৰ পিছতহে সাংসাৰিক হেঁচাত উপায়হীন হৈ সৰ্বানন্দ বৰুৱাই সাংবাদিকতাক জীৱিকা হিচাপে গ্ৰহণ কৰিব লগা হ'ল।

কলেজক পঢ়ি থকা কালত ইঘৰ-সিঘৰত অনৰ্গল বক্তৃতাৰ ফুলজাৰি মাৰি ফুৰা স্বভাবটোৱে অৱশ্যে বৰুৱাৰ সাংবাদিক বৃত্তিত যথেষ্ট সহায় কৰি আহিছে। শিৱসাগৰ চহৰৰ নাতিদূৰত অৱস্থিত কোঁৱৰপুৰ গাঁৱৰ পৰা চাইকেল মাৰি জয়সাগৰ কলেজত চাৰিবছৰ কাল পঢ়ি কোনোমতে বি. এ. ডিগ্ৰীটো লোৱা দিনৰে পৰা বৰুৱাৰ টলৌ-টলৌকৈ চাইকেল মাৰি ফুৰাৰ অভ্যাসটো গঢ়ি উঠিছিল।

সভাই-সমিতিয়ে, বিহুৱে সংক্ৰান্তিয়ে বৰুৱাৰ উপস্থিতি কোঁৱৰপুৰ অঞ্চলত অনিবাৰ্য আছিল। জয়সাগৰ কলেজৰ সাংস্কৃতিক অনুষ্ঠানত, দিখৌপাৰৰ ইমৰাণ হুছেইনহঁতৰ গাঁৱত নতুবা দিচাংমুখৰ কৰ্ণেশ্বৰ পাংগিংহঁতৰ গাঁৱৰ আলিয়াই লৃগাং উৎসৱত সৰ্বানন্দ বৰুৱা নহ'লেই নচলিছিল। তেওঁ নহ'লে উৎসৱ-পাৰ্বণ যেন কিহবাত আধৰুৱা হৈ ৰৈ যায়, তেনেভাৱ অঞ্চলটোৰ ৰাইজৰ হৈছিল।

সাংবাদিক বৃত্তিক জীৱিকা হিচপে লোৱাৰ আগতে অন্য বৃত্তিৰ প্ৰতি আগ্ৰহ নেদেখুৱালেও শিক্ষকৰ বৃত্তিও যে সৰ্বানন্দ বৰুৱাই বিচৰা নাছিল এনে নহয়। কিন্তু কোনোৰকম পাছ কৰা বি. এ. ডিগ্ৰীটোৰ বাবে মনঃপুত কোনো চাকৰিয়েই বয়স থাকোতে বৰুৱাই যোগাৰ কৰিব নোৱাৰিলে। ঠিকা-ঠুকুলি কৰাৰ হেপাহেৰে দিচাংমুখৰ ফালে মথাউৰি বন্ধা কামো কৰিব বিচাৰিছিল। তাৰ বাবে টকা-পইটা বিচাৰি দেউতাকক কওঁতেহে বৰকৈ কথা শুনিবলগীয়া হোৱাত ঠিকাদাৰ হোৱাৰ আশা এৰিব লগা হৈছিল।

"দেউতা, বি. এ. পাছ কৰি এনেই বহি থাকি আমনি লাগিছে আৰু। ই. এণ্ড. ডি বিভাগত ঠিকা ওলাইছে বোলে, টকা বিশ-ত্ৰিশ হেজাৰমান লাগিছিল!" ভয় ভাৱত সৰ্বানন্দ বৰুৱাই দেউতাকক কৈছিল।

টকা-পইচাৰ কথা শুনাৰ লগে লগে খঙত অগ্নিশৰ্মা হৈ দেউতাকে [illegible]ছিল. "কি ক'লি, তোক টকা বিশ-ত্রিশ হেজাৰ লাগে। অলৌ-টলৌকৈ পগলাৰ দৰে ঘূৰি ফুৰি এতিয়া তোৰ বাপেৰৰ শক্তি সামৰ্থৰ কথাও পাহৰি গলি। ডাক্তৰ পঢ়া তোৰ ভায়েৰক মাহেকীয়া টকা-পইচা পঠাওঁতেই বাপেৰৰ এই অৱস্থা আৰু তোক টকা-পইচা লাগে ঠিকাদাৰী কৰিবলৈ!"

"মানে দেউতা।"

"মানে-চানে মই একো নুবুজোঁ। সৰুৰে পৰা ভালকৈ পঢ়া-শুনা কৰি ডাক্তৰ-ইঞ্জিনীয়াৰ হ'বলৈ কিমানবাৰ ক'লো। এষাৰ কথাও তোৰ মগজুত নোসোমাল। সৌ তোৰ খুৰাৰ ল'ৰাই ইঞ্জিনীয়াৰ পাছ কৰি আহি এতিয়া অ. এন. জি. চিৰ চাকৰিত সোমাল। নিজৰ বাদেও বাপেককো টকা-পইচা দি সহায় কৰিছে, তোক আকৌ এতিয়া মই চাব লাগে। আঁতৰ মোৰ কাষৰ পৰা, ওলাই যা ঘৰৰ পৰা। তোৰ দৰে অকামিলা পুত্ৰ মোৰ নহলেও চলে।"

দেউতাকৰ মুখত এনে টান কথা শুনি দ্বিতীয়বাৰৰ বাবে সৰ্বানন্দ বৰুৱাই টকা-পইচাৰ কথা কোনোদিনেই দেউতাকক কোৱা নাছিল। কিন্তু ঠিকাদাৰ হোৱাৰ সপোন সহজে এৰিব পৰা নাছিল। এবাৰ দিচাংমুখৰ কৰ্ণেশ্বৰ পাংগিঙৰ তাত যাওঁতে সৌভাগ্যক্রমে ই. এণ্ড. ডি. বিভাগৰ ইঞ্জিনীয়াৰ মনমোহন দেৱৰ লগত সৰ্বানন্দ বৰুৱাৰ পৰিচয় হৈছিল। টকা-পইচা হাতত নাই, অথচ ঠিকাদাৰ হোৱাৰ কথা ইঞ্জিনীয়াৰক কোৱাত ইঞ্জিনীয়াৰ দেৱ চাহাবে বৰুৱাক শিৱসাগৰ পুখুৰীৰ পাৰৰ তেওঁৰ চৰকাৰী বাসভৱনত দেখা কৰাৰ কথা কৈছিল। কথা অনুসৰি সৰ্বানন্দ বৰুৱাই ইঞ্জিনীয়াৰ মনমোহন দেৱক দেখা কৰিছিল। ইঞ্জিনীয়াৰ দেৱৰ লগত হোৱা সাক্ষাতেই বৰুৱাৰ জীৱন ৰথৰ চকৰিয়ে সাংবাদিক হোৱাৰ দিশত গতি কৰিলে।

শিৱসাগৰ পুখুৰী পাৰৰ ই. এণ্ড. ডি. বিভাগৰ ইঞ্জিনীয়াৰৰ ঘৰত এদিন পুৱা এক অচিন শংকাত সৰ্বান্দি বৰুৱা পদাৰ্পণ কৰিলে।

বাৰান্দাত চাহ খাই থকা ইঞ্জিনীয়াৰ দেৱে বৰুৱাক দেখাৰ লগে লগে মাতি পঠালে।

"আহাঁ, আহাঁ, ডেকা ল'ৰা। তুমি ইমান সোনকালে মোক লগ কৰিবা বুলি ভবাই নাছিলো। নামটো কি আছিল, ছেঃ মই আজিকালি কথাবোৰ বৰকৈ পাহৰিব লাগিছো।"

"সৰ্বানন্দ বৰুৱা। আপোনাক দিচাংমুখত যে পাইছিলো। ঘৰত দেখা কৰিবলৈ কোৱাত এপাক দেখা কৰি যাওঁ বুলি আহিলো।"

"ভাল কৰিলা, ভাল কৰিলা। বহা, চাহ একাপ খোৱা। আচ্ছা, তুমি মোৰ বিভাগত ঠিকা কৰাৰ কথা কৈছিলা নহয়নে?"

"হয় ছাৰ।" ইঞ্জিনীয়াৰ মনমোহন দেৱৰ প্ৰশ্নত বৰুৱাই ঘপহকৈ ক'লে।

"পিছে আমাৰ বিভাগত কাম কৰিবলৈ হ'লে বহু টকাৰ প্ৰয়োজন হয়। তুমি পাৰিবা জানো?"

"টকা-পইচা নাই, মনটো আছিল।" সৰ্বানন্দ বৰুৱাই তলমূৰকৈ ক'লে।

"সেইবাবেহে তোমাক মই মাতি পঠাইছোঁ। তোমাৰ কথা মোক দিচাংমুখৰ কৰ্ণেশ্বৰ পাংগিঙে কৈছে। তুমি বোলে সভাই-সমিতিয়ে ঘূৰি-ফুৰা, অঞ্চলটোৰ ৰাইজৰ লগত তোমাৰ ভাল হেনো। এটা কাম নকৰা কিয়, তুমি আমাৰ বিভাগৰ হৈ ৰাইজক কোৱা, তুমি গান-চানো লেখা বোলে, বাতৰি কাকততো আমাৰ হৈ লেখা। ঠিকা-ঠুকুলি নকৰাকৈয়ে দেখিবা তোমাৰ আৰ্থিক অৱস্থা ভালৈ আহিব।"

"কথাবোৰ মই ভালকৈ নুবুজিলো ছাৰ।" ইঞ্জিনীয়াৰ মনমোহন দেৱৰ কথাবোৰ বুজিব নোৱাৰাত সৰ্বানন্দ বৰুৱাই অস্বস্তিবোধ কৰি ক'লে

"বুজিবা, বুজিবা। ক্ষন্তেক বহাচোন, মই ভিতৰৰ পৰা আহো।" এইবুলি ইঞ্জিনীয়াৰ দেৱ চাহাব ভিতৰলৈ গৈ ক্ষন্তেক পিছতে ওলাই আহি পুনৰ ক'লে, "এই টকাখিনি ৰাখা। তুমি মোৰ আৰু আমাৰ বিভাগৰ ভাল কাম কৰাৰ কথা ৰাইজক ক'বা আৰু বাতৰি কাগজতো লেখিবা। দেখিবা তোমাৰ আৰ্থিক অৱস্থা ভাল হ'ব। মই পাৰ্যমানে সহায় কৰি থাকিম।"

একো নকৰাকৈ হঠাৎ টকা দহ হেজাৰ পোৱাত সেইদিনা সৰ্বানন্দ বৰুৱা এক অহেতুক উত্তেজনাত কঁপি উঠিছিল।

সৰ্বানন্দ বৰুৱাৰ সাংবাদিক জীৱন আৰম্ভ হৈছিল এনেদৰেই। ইঞ্জিনীয়াৰ মনমোহন দেৱৰ লগত অতি ঘনিষ্ঠ হৈ পৰিছিল সৰ্বানন্দ বৰুৱা। অতি কম দিনৰ ভিতৰতে বৰুৱাৰ আৰ্থিক অৱস্থা যথেষ্ট টনকিয়াল হৈ পৰিছিল। সহধৰ্মিনী অনিমা হাজৰিকা বৰুৱাসহ সন্তানৰ সংখ্যা বঢ়াৰ লগে লগে সাংবাদিকতাৰ পৰিধি বঢ়াৰ লগতে আৰ্থিক অৱস্থাও দোপতদোপে উন্নতিৰ পথত আগুৱাইছিল। এই সকলো পোৱাৰ গুৰিতেই কিন্তু ইঞ্জিনীয়াৰ মনমোহন দেৱৰ পৰামৰ্শ আৰু আশীৰ্বাদ স্বৰূপ টকাৰ টোপোলাবোৰ। সেয়ে ব্যস্ততাৰ পূৰ্ণ সাংবাদিক জীৱনত কিছু সময় পালেই ইঞ্জিনীয়াৰ দেৱৰ কথা সোঁৱৰি সৰ্বানন্দ বৰুৱাই আত্মতৃপ্তি লভে। ইঞ্জিনীয়াৰ দেৱৰ লগত ঘনিষ্ঠ হোৱাৰ পিছত এবাৰ বৰুৱাই সুধিছিল;

"ছাৰ আপোনাৰ ঘৰ শিলচৰত বুলি শুনি আহিছোঁ। ইমান ভাল অসমীয়া আপুনি কয় কেনেকৈ!"

"এহ্ বৰুৱা তুমিও যে কি কথা কোৱা! মোৰ জন্মস্থানহে শিলচৰত। সৰু কালৰ পৰা ডাঙৰ হৈছো শ্বিলঙত। তেতিয়া শ্বিলং অসমৰ ৰাজধানী আছিল। পিছত ইঞ্জিনীয়াৰিং পঢ়িছো গুৱাহাটীত। হোষ্টেলত থকা কালত মই সম্পূৰ্ণ অসমীয়া ভাষা শিকি পেলাইছোঁ। তাৰোপৰি!"

"কৈ যাওক ছাৰ, শুনি ভাল লাগিছে।"

ইঞ্জিনীয়াৰ দেৱে কথা কোৱাৰ অনিচ্ছা কৰা যেন কৰি পুনৰ কৈছিল—

"তাৰোপৰি মানে আৰু কি! তোমাৰ পৰা নো কথা লুকুৱাই কি লাভ, তুমি মোৰ হৈ বহু লিখিছা যেতিয়া। মানে শিলচৰত জন্মহে ল'লো, গোটেই চাকৰি জীৱন অসমতে কটাইছোঁচোন। তাৰোপৰি অসমৰ গুৱাহাটীত, তেজপুৰত ঘৰবাৰী কৰিলো যেতিয়া অসমীয়াই হৈ পৰিলো দিয়া।"

"শ্বিলং-শিলচৰতো আপোনাৰ ঘৰ-বাৰী আছে বুলি শুনিছো!" উৎসুকতা প্ৰকাশ কৰি সৰ্বানন্দ বৰুৱাই ক'লে।

"আছে, আছে। এইবোৰনো তোমাক কেলেই। অসমৰ ৰাজধানী দিছপুৰলৈ নামি অহাত শ্বিলঙৰ ঘৰ ভাৰাত দিব লগাত পৰিলো। অৱশ্যে গুৱাহাটীত এটা ঘৰহে নিজে ৰাখিছো, বাকীবোৰ ভাৰাতে আছে। দিছপুৰ কেপিটেল হ'লতো, চাৰিওফালৰ ঘৰ-বাৰীত বেছ ভাৰা পোৱা যায়।" আত্মতৃপ্তিৰে ইঞ্জিনীয়াৰ দেৱে কৈছিল।

"ময়ো এডোখৰ মাটি দিছপুৰৰ আশে-পাশে পোৱা হ'লে!" ইঞ্জিনীয়াৰ দেৱৰ মুখলৈ অৰ্থপূৰ্ণ চাৱনিৰে সৰ্বানন্দ বৰুৱাই ক'লে।

দিম, দিম। তোমাক মাটি লাগে যদি খুউব কম দিনৰ ভিতৰতে তোমাৰ বাবে মাটি-বাৰীৰ ব্যৱস্থা কৰি দিম। পিছে এই দহ কোটি টকীয়া মথাউৰিৰ কামৰ কেলেংকাৰীত যে মোক মিছাকৈয়ে জড়িত কৰিছে ইয়াৰ বিপক্ষে মোৰ হৈ তুমি বাতৰি কাগজত অনবৰত লিখি থাকিব লাগিব।

"হ'ব ছাৰ। এইটোনো কি ডাঙৰ কথা। আপুনি মোক ইমানবোৰ সুবিধা দি আহিছে যেতিয়া মই যি কৰিব লাগে কৰিম।"

সৰ্বানন্দ বৰুৱাৰ কথাত সন্তুষ্টিৰ ভাৱ প্ৰকাশ কৰি ইঞ্জিনীয়াৰ দেৱে ক'লে, "ঠিক আছে তোমাৰ বাবে গুৱাহাটীত মই মাটি বাৰীৰ ব্যৱস্থা কেইদিনমানৰ ভিতৰতে কৰি দিম। পিছে আমাৰ মিনিষ্টাৰ বলোভদ্ৰ শইকীয়া ছাৰকো দিছপুৰত গৈ মোৰ হৈ কথাবোৰ কৈ আহিবা। শইকীয়া ছাৰৰ লগত মোৰ কৰিবলগীয়াখিনি কৰা আছে। তোমালোকে সাংবাদিক হিচাপে ৰাইজৰ হৈ ক'লে মোৰ বাবে কথাবোৰ আৰু সহজ হৈ পৰে।"

"আপুনি একো চিন্তাই নকৰিব ছাৰ। মই সকলো কৰিম। মোৰ লেখা-মেলাৰ কথা মিনিষ্টাৰ শইকীয়া ছাৰে জানে। আমাৰ কথা নুশুনিলে—!"

"এ— হে মিনিষ্টাৰ শইকীয়া ছাৰৰ লগত কেতিয়াও নেলাগিবা। তেওঁৰ বিপক্ষে নহয় সপক্ষেহে লিখিবা। দেখিবা বেঙ্কৰ ঋণ আদি পোৱাত সহজ হ'ব। সাংবাদিকতা কৰিছা যেতিয়া গুৱাহাটীত মাটি-বাৰী হ'লে প্ৰেছ এটাৰে সৈতে নিজৰ এখন বাতৰি কাগজো নালাগিব জানো!"

ইঞ্জিনীয়াৰ মনমোহন দেৱৰ ইঙ্গিত সহজেই বুজি পাই বৰুৱাই তলমূৰকৈ ক'লে, "আপোনাৰ পৰামৰ্শ মতেই মই সাংবাদিক জীৱন আৰম্ভ কৰিলো আৰু

এতিয়া ঠিকমতেই চলি আছো। আপোনাৰ কথাবোৰ মনত ৰাখিম। এই কেইদিনমানৰ ভিতৰতে মই দিছপুৰলৈ এপাক মাৰি আহিম।"

"তুমি দিছপুৰলৈ সোনকালে যোৱাটোৱেই ভাল হ'ব। যোৱাৰ আগতে মোক লগ কৰি যাবা। অহা-যোৱা, থকা-খোৱাৰ খৰছখিনি লৈ যাবা।"

"হ'ব ছাৰ।"

"আৰু এটা কথা। মোৰ পৰা চিঠি এখনো লৈ যাবা। মোৰ ঘৰলৈ গৈ পৰিবাৰক দিবা। তোমাৰ বাবে মাটি-বাৰী চোৱাত মোৰ পৰিবাৰে সহায় কৰি দিব। ইচ্ছা কৰিলে তুমি মোৰ ঘৰতে থাকিব পাৰিবা।"

ইঞ্জিনীয়াৰ মনমোহন দেৱৰ সহায়তেই এসময়ত সৰ্বানন্দ বৰুৱাৰ গুৱাহাটীত মাটি-বাৰী হ'ল। শিৱসাগৰ এৰি গুৱাহাটীৰ বাসিন্দানো ইমান সহজে কিদৰে হ'ল সাংবাদিক বৰুৱাই টলকিবই নোৱাৰিলে।

সাংবাদিক হিচাপে সৰ্বানন্দ বৰুৱা ইতিমধ্যে প্ৰখ্যাত হৈ পৰিছিল হাইকোৰ্টৰ কোনো এক প্ৰখ্যাত উকিলৰ দৰে। বৰুৱাই বুজি উঠিছিল ইঞ্জিনীয়াৰ মনমোহন দেৱৰ দৰে আৰু বহু ইঞ্জিনীয়াৰ বহু কেইটা বিভাগত আছে। তদুপৰি অন্য বিভাগৰ বিষয়াচামো আছেই।

মিনিষ্টাৰৰ লগত হলিগলি থকা বিষয়াচামৰ যে বহুক্ষেত্ৰত দুৰ্বলতা আছে এইকথা সৰ্বানন্দ বৰুৱাই বুজি উঠাত বিষয়াৰ পৰা সহায়-সহযোগবোৰ কেনেদৰে আদায় কৰিব পাৰি সেই ৰহস্যত নিজস্ব এক জাল তৈয়াৰ কৰি লৈছিল। বৰঞ্চ মিনিষ্টাৰো সৰ্বানন্দ বৰুৱাৰ দৰে সাংবাদিকৰ ওপৰত নিৰ্ভৰশীল হ'ব লগা হৈছিল। এটোপ-দুটোপকৈ পানী পৰি ভৰি গ'ল বহল সাগৰ কথাষাৰ সৰোগত কৰি সৰ্বানন্দ বৰুৱাই বহু বিষয়া-মিনিষ্টাৰৰ সহায়ত গুৱাহাটীত নিজস্ব ঘৰবাৰীৰ ওপৰিও অফচেট্ প্ৰিণ্টিং প্ৰেছৰ অধিকাৰী হ'ল। এখন এদিনীয়া আৰু এখন সাপ্তাহিক কাকতৰ স্বত্বাধীকাৰী হ'ল। শিৱসাগৰ কলেজৰ পৰা কোনোৰকম বি. এ. পাছ কৰা সৰ্বানন্দ বৰুৱাই আজীৱন অসমীয়া ভাষা-সংস্কৃতি চৰ্চা কৰি আহি অসমীয়া বাতৰি কাকত প্ৰকাশ কৰি নিজৰ ল'ৰা-ছোৱালীক গুৱাহাটীৰ ডনবস্কো স্কুলত ইংৰাজী মাধ্যমত পঢ়ালে। ইংৰাজী মাধ্যমত প্ৰথম বিভাগত মেট্ৰিক পাছ কৰা বৰুৱাৰ ডাঙৰ সন্তানে বি.এৰ ডেওনা পাৰ হ'ব নোৱাৰি ইতিমধ্যে অসমৰ এজন নামজ্বলা ঠিকাদাৰ হৈ উঠিল।

কল্পনাতীতভাৱে অগাধ সম্পত্তিৰ অধিকাৰী হোৱাৰ মূলতে যে ইঞ্জিনীয়াৰ মনমোহন দেৱৰ দিহা পৰামৰ্শ, এই কথা সৰ্বানন্দ বৰুৱাই সদায়েই স্বীকাৰ কৰি আহিছে। দ্বিতীয়বাৰৰ বাবে মিনিষ্টাৰ হৈ ভীষণ ক্ষমতাৰ অধিকাৰী হোৱা সত্বেও মিনিষ্টাৰ বলোভদ্ৰ শইকীয়াও ইঞ্জিনীয়াৰ দেৱৰ পৰামৰ্শ ৰাজনীতিত যোগদান কৰা দিনৰে পৰা লৈ আহিছে। সাংবাদিক বৰুৱা আৰু ৰাজনীতিক শইকীয়াৰ

ইঞ্জিনীয়াৰ দেৱৰ প্ৰতি থকা সৌহাৰ্দপূৰ্ণ সম্পৰ্কৰ যে কাৰণ এটাই এই কথা চতুৰ বৰুৱাই কাহানিবাই জানি থৈছিল। সেয়ে সৌ সিদিনা এচ. বি. পাবলিচাৰ্ছ প্ৰাইভেট লিমিটেডৰ অৰ্থাৎ সৰ্বানন্দ বৰুৱা প্ৰকাশন প্ৰতিষ্ঠানৰ দ্বাৰা দৈনিক আৰু সাপ্তাহিক বাতৰি প্ৰকাশৰ শুভ উদ্বোধনৰ দিনা মিনিষ্টাৰ বলোভদ্ৰ শইকীয়াৰ লগতে বৰ্তমান গুৱাহাটীতে অতিৰিক্ত চিফ্ ইঞ্জিনীয়াৰ হৈ থকা মনমোহন দেৱক সমান আসন দি বিশিষ্ট অতিথিৰ সন্মান যাচিছিল।

সাংবাদিকতাৰ নামত দালাল কৰি যে সৰ্বানন্দ বৰুৱাৰ আৰ্থিক অৱস্থা টনকিয়াল হ'ল এই কথা ব্যক্তিবিশেষৰ বাদে সকলোৱে নাজানে। সেয়ে চতুৰ বৰুৱাই তেওঁৰ প্ৰকাশন প্ৰতিষ্ঠানৰ দ্বাৰা কিতাপ-পত্ৰও প্ৰকাশ কৰাত লাগিল। তেওঁ নিজেও অ'ৰ-ত'ৰ পৰা ধাৰ কৰা কাহিনীৰে কেইবাখনো কিতাপ লিখি উলিয়ালে। এনেকি মিনিষ্টাৰ বলোভদ্ৰ শইকীয়াৰ জীৱনী এখনো আনৰ যোগেদি লিখাই নিজৰ নামত প্ৰকাশ কৰি মিনিষ্টাৰ শইকীয়াৰ বাহ্-বাহ্ ল'লে। তাৰ বাবে অৱশ্যে কিছু অৰ্থ বিনিয়োগ কৰিব লগা হ'ল। পিছে অৰ্থখিনি মিনিষ্টাৰ শইকীয়াৰ যোগেদিয়েই যোগাৰ হ'ল।

গুৱাহাটীবাসী হৈ অগাধ সম্পত্তিৰ অধিকাৰী হ'লেও সৰ্বানন্দ বৰুৱাই কিন্তু নিজৰ ঘৰ আৰু গাঁওখনৰ কথা পাহৰা নাছিল। নষ্ট সন্তান বুলি এসময়ত অগ্নিশৰ্মা হোৱা দেউতাকৰ বাবেও শিৱসাগৰ কোঁৱৰপুৰ গাঁৱত পকীঘৰ এটা বান্ধি দিলে। ডাক্তৰ হোৱা ভায়েককো চাকৰিৰ ক্ষেত্ৰত বহু সহায় কৰি দি আহিছে। দিচাংমুখৰ পুৰণি বন্ধু কৰ্ণেশ্বৰ পাংগিংহঁতৰ ৰাজহুৱা অনুৰোধ উপেক্ষা কৰিব নোৱাৰি দিচাংমুখত এচ. বি. মিচিং এম. ই. স্কুল অৰ্থাৎ সৰ্বানন্দ বৰুৱা মিচিং এম. ই. স্কুল এখনো পাতি দিলে।

লেখক, সাংবাদিক, সমাজসেৱক সৰ্বানন্দ বৰুৱাৰ জীৱনত কৰিবলগীয়া একো কামেই বাকী নাথাকিল। মাত্ৰ মিনিষ্টাৰ হোৱা আৰু অসমৰ ভাষা-সাংস্কৃতি সম্পৰ্কীয় সভা-সমিতিৰ সভাপতি হোৱাৰ আশাহে পূৰণ নহ'ল। এনেবোৰ কথাকে ভাবি এচ. বি. পাবলিচাৰ্ছ প্ৰাইভেট লিমিটেডৰ অফিচ কক্ষত বহি থাকোতে বিনা অনুমতিত দাড়িয়ে গোফে ভৰা এজন ডেকা ল'ৰা সোমাই আহিল। সোমায়েই চকি এখন টানি লৈ ক'লে, "খুৰা, মোক চিনি পোৱা নাই চাগে। মই দিখৌ পাৰৰ সেই প্ৰখ্যাত টেক্সী ড্ৰাইভাৰ খলিল গৰিয়াৰ ল'ৰা খবিৰ আহমেদ। মোৰ দেউতাৰ কথা মনত আছেনে?"

"আছে, আছে। খলিল গৰিয়া মানে আমাৰ সমসাময়িক আছিল। তোমাৰ দেউতাৰে নিজাকৈ এম্বেছাদৰ গাড়ী এখন কিনো বোলোতে মই টকা পইচা দি সহায় কৰিছিলো। কেনৈ মনত নাথাকিব কোৱাচোন। তোমাৰ দেউতাৰ খবৰ কেনে?"

"দেউতা ঢুকাল, আজি পাঁচ বছৰমানেই হ'ল। পইতা ভাত আধাপেটীয়াকৈ খাই টেক্সী চলাই কিমান দিননো আৰু জীয়াই থাকিব!"

অন্যমনস্ক ভাবে কোৱা কথা শুনি সর্বানন্দ বৰুৱা কিছু শঙ্কিত হ'ল। খলিল গৰিয়াৰ ল'ৰা বুলি ক'লেও আজিকালি সহজে বিশ্বাস কৰা টান। তাতে দিনকাল বেয়া, দাড়িয়ে গোফে ভৰা ডেকা ল'ৰা কোনোবা সংগঠনৰো হ'ব পাৰে। নিজকে সংযত কৰি দুখ প্ৰকাশ কৰি বৰুৱাই ক'লে, "তোমাৰ দেউতা ঢুকাল বুলি শুনি মনত বৰ দুখ পালো বুজিছা। পিছে কি সকামতনো আহিলা কোৱাচোন।"

"আপোনাৰ লগত চিনা-পৰিচয় হ'বৰ বাবে আৰু আপোনাৰ দৈনিক বাতৰি কাকতখনৰ প্ৰতি আপত্তি দৰ্শাবলৈ।" খবিৰ আহমেদে মুখৰ দাড়িত হাত ফুৰাই ক'লে।

উৎসুকতা প্ৰকাশ কৰি বৰুৱাই ক'লে, "আমাৰ দৈনিক খনৰ প্ৰতি তোমাৰ আপত্তিয়েইবা কি আছিল! ইমান টকা-পইচা খৰচ কৰি গুৱাহাটীলৈ অহাতকৈ ডাকযোগেই তোমাৰ আপত্তিবোৰ লিখি পঠাব পাৰিলাহেঁতেন।"

"ডাকযোগে মই বহু লেখা পঠালো। কিন্তু আপোনাৰ দৈনিকখনে কাচিৎহে মোৰ বাতৰি প্ৰকাশ কৰে। আজি কিছু দিনৰ আগতে এজন চৰকাৰী বিষয়াৰ বিৰুদ্ধে লিখিছিলো। বৰ বৰ হৰফেৰে অসমৰ প্ৰায় সকলো বাতৰি কাকতত মোৰ লেখা প্ৰকাশ পালে, কিন্তু আপোনাৰ দৈনিকখনতহে প্ৰকাশ নাপালে। আপুনি অসমৰ জ্যেষ্ঠ সাংবাদিক, লেখক, বুদ্ধিজীৱী। অসমত সাংবাদিক বৃত্তি লৈ জীয়াই থকা কিমান কঠিন আপুনিতো জানে? আমি কনিষ্ঠ সাংবাদিকবোৰোতো জীয়াই থাকিব লাগে। সেয়ে এজন বিষয়াৰ হৈ আন এজন বিষয়াৰ বিপক্ষে লিখি—"

"হ'ব, হ'ব, মোক আৰু বুজাই ক'ব নালাগে। মই সকলো বুজিছো। সাংবাদিকতা কৰি এতিয়া অৱসৰ ল'বৰ হ'লহি। তুমি আৰু মোক বুজাই নকলেও হ'ব। এইবাৰৰ পৰা বাৰু তোমাৰ বাতৰি গুৰুত্ব সহকাৰে আমাৰ দৈনিকত প্ৰকাশ কৰা হ'ব। তুমি পিছে আজি ঘূৰিবানে থাকিবা?"

খবিৰ আহমেদৰ কথা শেষ হ'ব নিদি বৰুৱাই কথাখিনি কোৱাত আহমেদৰ খং ভাব এটা জাগিছিল যদিও অতি সহজে তেওঁৰ উদ্দেশ্য বৰুৱাই বুজাত আহমেদৰ ভালো লাগিল। আত্মীয়তা ভৰা সুৰেৰে আহমেদে ক'লে, "খুৰাক কথাবোৰ নুবুজালেও বুজিছেই। এইবাৰৰ পৰা মোৰ বাতৰিবোৰ প্ৰকাশ কৰিব আৰু। আজি পিছে শিৱসাগৰলৈ ঘূৰি নাযাওঁ। দিছপুৰতে দুদিনমান থাকিব লাগিব। সংবাদ গোটোৱাৰ লগতে শিৱসাগৰলৈ ঘূৰি যোৱাৰ খৰছো উলিয়াব লাগিবতো! এইবোৰ কথাতো খুৰাই জানেই!"

"মোক আৰু বহলাই ক'ব নালাগে দিয়া। পিছে শিৱসাগৰলৈ ঘূৰি যোৱাৰ আগতে মোক এবাৰ লগ কৰি যাবা।" বিদায় দিয়া সুৰত বৰুৱাই খবিৰ আহমেদক ক'লে।

"মোৰ সময় নহ'ব যেন পাওঁ। কিবা ক'ব লগা আছে যদি এতিয়াই ক'লে ভাল পালো হয় খুৰা।"

মুখত এখন তামোল ভৰাই লৈ সৰ্বানন্দ বৰুৱাই ক'লে, "তুমি মোক খুৰা বুলিছা যেতিয়া কথাটো এতিয়াই ক'ব পাৰো দিয়া। তুমি আমাৰ দৈনিক কাকতখনৰ শিৱসাগৰস্থ বিশেষ সংবাদদাতা হোৱা। তাৰবাবে তোমাক উপযুক্ত মাননি দিয়া হ'ব। না বুলি নক'বা, মোৰ সংস্পৰ্শত আছিছা যেতিয়া তোমাক মই যতপৰোনাস্তি সহায় কৰিম।"

প্ৰস্তাৱটো শুনি খবিৰ আহমেদৰ গা অহেতুক উত্তেজনাত কঁপি উঠা যেন অনুভৱ হ'ল। অসমৰ এগৰাকী প্ৰখ্যাত সাংবাদিক, লেখক, প্ৰকাশক সৰ্বানন্দ বৰুৱাৰ পৰা হঠাৎ এনে প্ৰস্তাৱ! মনৰ উত্তেজনা প্ৰকাশ নকৰি আহমেদে ক'লে, "আপোনাৰ কথা কিয় নাৰাখিম খুৰা। আপুনি যি ক'ব সেয়াই হ'ব। মোৰ দেউতাই আপোনাৰ উদাৰতাৰ কথা প্ৰায়েই কৈছিল।"

"হ'ব তেন্তে, আজিৰে পৰা তুমি আমাৰ দৈনিক কাকতখনৰ শিৱসাগৰৰ বিশেষ সংবাদদাতা হ'লা। ঘূৰি যোৱাৰ আগতে মোক লগ কৰি যাবা। তোমাৰ অগ্ৰিম দৰমহা লৈ যাব পাৰিবা। মোৰ ডেকাকালৰ বন্ধু খলিল গৰিয়াৰ ল'ৰা বুলি তোমাক এই সুবিধা দিছো। বৰকৈ কৈ নুফুৰিবা। এতিয়া যোৱা।"

"ধন্যবাদ খুৰা। আপোনাৰ সহৃদয়তাৰ কথা সদায়েই মনত থাকিব।"

কথাখিনি কৈ খবিৰ আহমেদ বহাৰ পৰা উঠি যাবলৈ ওলাল।

"এক মিনিট ৰ'বাচোন। তুমি এই শিৱসাগৰ কলেজৰ অধ্যাপক ইফতিকাৰ হুছেইন বৰাক চিনি পোৱানে?"

"হয় খুৰা, চিনি পাওঁ। মোৰ মামাৰ জেঠায়েকৰ সম্পৰ্কীয়হে তেখেত। কিবা ক'ব লগা আছিল নেকি?"

সৰ্বানন্দ বৰুৱাৰ কথাত থমকি ৰৈ খবিৰ আহমেদে ক'লে।

দৈনিক বাতৰিখনত চকু ফুৰোৱা যেন কৰি বৰুৱাই ক'লে, "ক'ব লগা বিশেষ নাছিল। পিছে তেখেতে ভাল গল্প-প্ৰবন্ধ লেখেতো, পাৰিলে তুমি মোৰ ওচৰলৈ তেখেতক লৈ আনিবাচোন। তেখেতৰ কিতাপ এখন আমি প্ৰকাশ কৰিম বুলি ভাবিছো। তাতে তেওঁ মোৰ আত্মজীৱনীখনো লিখিব—।"

"বুজিছো খুৰা। মোক কিছু সময় দিয়ক। মই বৰা ছাৰক আপোনাৰ ওচৰলৈ আনিম।"

খবিৰ আহমেদৰ কথাত আত্মতুষ্টি ভাবেৰে সৰ্বানন্দ বৰুৱাই ক'লে, "তুমি বেছ বুজা ল'ৰাহে। মোৰ পৰামৰ্শ লৈ চলিবা, তোমাৰ উন্নতি হ'ব। পিছে শিৱসাগৰলৈ ঘূৰি যোৱাৰ আগতে মোক লগ কৰি যাবলৈ নাপাহৰিবা। তোমাৰ অহা-যোৱাৰ খৰছ আৰু আমাৰ দৈনিক কাকতখনৰ বিশেষ সংবাদদাতাৰ আগতীয়া মাননিখিনি লৈ যাবা।"

“হ'ব খুৰা। পৰা হ'লেতো আজিয়েই ঘুৰিলো হয়। পিছে দিছপুৰত আমাৰ মিনিষ্টাৰ ডিম্বেশ্বৰ গগৈ ছাৰক লগ কৰি নগলেই নহয়। তাতে আমাৰ ইঞ্জিনীয়াৰ শইকীয়া ছাৰে বিশেষ কথা এটাৰ বাবেও গগৈছাৰক লগ ধৰিবলৈ কৈ পঠাইছে। কথাবোৰতো আপুনি চাগে বুজি পাইছেই খুৰা।”

“বুজিছো দিয়া। সাংবাদিকতা কৰি এই বুঢ়া হ'লোহি। তুমিও মোৰ দৰেই জীৱনত উন্নতি লভিবা দিয়া। আশীৰ্বাদ কৰিছো। এতিয়া তুমি যোৱা। মই সম্পাদকীয়ত কিছু চকু ফুৰাবলৈ আছে।”

সৰ্বানন্দ বৰুৱাৰ কথাত ধন্যবাদ জনাই খবিৰ আহমেদ গ'লগৈ। দাড়িয়ে গোফে ভৰা খবিৰ আহমেদ কমৰ পৰা ওলাই যোৱাত পিছদিনাৰ দৈনিক কাকতখনৰ বাবে সহকাৰী সম্পাদকে লিখি দিয়া সম্পাদকীয়ত চকু ফুৰাওতে সৰ্বানন্দ বৰুৱাই ভাবিলে, এৰা শিৱসাগৰৰ পৰা আৰু এজন সাংবাদিক ওলাল! তেওঁ যিখিনি উপদেশ খবিৰ আহমেদক দিলে, সেইখিনি যেন ইঞ্জিনীয়াৰ মনমোহন দেৱৰ পৰা আয়ত্ব কৰা, তেনে লাগিল বৰুৱাৰ। ইঞ্জিনীয়াৰ শইকীয়া, মিনিষ্টাৰ গগৈৰ কথা কওঁতে খবিৰ আহমেদক নিজৰ সাংবাদিক জীৱনৰ প্ৰথমাৱস্থাৰ সৰ্বানন্দ বৰুৱাৰ উত্তৰাধিকাৰীৰ আজি যেন জন্ম লগ্ন, তেনে ভাৱ হ'ল প্ৰতিথযশা সাংবাদিক, সাহিত্যিক, বুদ্ধিজীৱী বৰুৱাৰ। অহেতুক এক অপৰাধী ভাৱ মনত অহাত সৰ্বানন্দ বৰুৱাই সম্পাদকীয়ত মন বহাব নোৱাৰি বহা চকিখনত আউজি লৈ চিলিঙৰ ফেনখনলৈ চাই ৰ'ল।

# আমং-মুৰ্কং

খবৰটোৱে মেঘনাথৰ মনত বিশেষ প্ৰতিক্ৰিয়া সৃষ্টি নকৰিলে। এনে খবৰ এটা কোনোবা এদিন পাম বুলি মেঘনাথৰ মন প্ৰস্তুত হৈয়ে আছিল। অতি মৰমৰ ককায়েক ৰঘুনাথ যে এই পৃথিৱীত বেছি দিন জীয়াই নাথাকে এই কথা মেঘনাথে বহু দিনৰ আগতে উপলব্ধি কৰিব পাৰিছিল। ককায়েক ৰঘুনাথৰ অসুখ বেছি বুলি মেঘনাথে সময়তেই খবৰ পাইছিল। হাস্পাতালত ভৰ্ত্তি হৈছে বুলিও খবৰ পাইছিল। গুৱাহাটীলৈ এপাক গৈ ককায়েক ৰঘুনাথৰ অসুখৰ খবৰ ল'বলৈ যাম বুলি ভাবিও মেঘনাথৰ যোৱাটো হৈ নুঠিল। টকা-পইচাৰ অসুবিধাৰ উপৰি ভৰবাৰিষা বান-বিধ্বস্ত অঞ্চলৰ পৰা ওলাই গৈ গুৱাহাটীলৈ যোৱাটোৱেই মেঘনাথৰ বাবে সমস্যা হৈ দেখা দিছিল। সোৱণশিৰি নৈৰ পাৰৰ মথাউৰিৰ সমান্তৰালকৈ উত্তৰ-দক্ষিণমুৱাকৈ থকা মেঘনাথৰ উভটা চামপৰা মিচিং গাঁওখনৰ পৰা ভৰবাৰিষা বাহিৰৰ পৃথিৱীখনলৈ ওলাই যোৱাটোৱেই সমস্যা হৈ পৰিছিল। গাঁওখনৰ পৰা মথাউৰিয়েদি উত্তৰদিশে গৈ পূবলৈ যোৱা ৰাস্তা ধৰি ঢকুৱাখনা হৈ ওলাই যাবলৈও গাই নদী, জীয়াঢল নৈৰ প্ৰবল বানে সমগ্ৰ ঢকুৱাখনা অঞ্চলটো দ্বীপত পৰিণত কৰি পেলাইছিল। মথাউৰিয়েদি দক্ষিণমুৱা হৈ গৈ খেৰসুঁতি পাৰ হৈ মাজুলীৰ জেংৰাইমুখেদি নিমাতীঘাট-যোৰহাট হৈ যোৱাটোও অসম্ভৱৰ দৰে আছিল। মথাউৰিৰ সিপাৰে থকা সোৱণশিৰি নৈখন পাৰ হৈ লক্ষীমপুৰ হৈ গুৱাহাটীলৈ যোৱাত বাৰিষা কালত মেঘনাথৰ বাবে প্ৰায় অসম্ভৱৰ দৰে হৈ পৰিছিল। ধেমাজিয়েদি দেউৰীঘাট-ডিব্ৰুগড় হৈ যোৱাটোতো প্ৰশ্নই উঠিব নোৱাৰে ধৰণৰ হৈছিল মেঘনাথৰ বাবে।

এইবাৰৰ বানপানী যেন আন বছৰতকৈ উগ্ৰমূৰ্ত্তি ধাৰণ কৰি আছিল। এবাৰ নহয়, দুবাৰ নহয় তিনিবাৰ অহা প্ৰবল বানপানীয়ে মেঘনাথহঁতৰ খেতি-বাতি নিঃশেষ কৰাৰ উপৰি বানপানীয়ে সমগ্ৰ অঞ্চল বালিৰে পুতি পেলালে। বানপানীত মেঘনাথহঁতৰ উভটা চামপৰা মিচিং গাঁওখনৰ বেছিভাগ চাংঘৰ বালিত পোত গ'ল। পকা খুঁটিৰে ছফুট ওখকৈ সজা মেঘনাথৰ নিজৰ চাংঘৰটোৱেই পাঁচ ফুট বালিত পোত গ'ল। বাঁহ-কাঠৰ চাংঘৰবোৰতো বালিত নিঃশেষ হোৱাৰ দৰে হ'ল। মেঘনাথৰ ছফুট ওখ চাংঘৰটো পাঁচ ফুট বালিত পোত যোৱাত এতিয়া আৰু চাংঘৰ যেন নলগা হ'ল। এনে পৰিস্থিতিত ঘৰখনৰ বাবে দুবেলা দুমুঠি আহাৰ যোগাৰ কৰাটোৱেই মেঘনাথৰ বাবে চিন্তাৰ বিষয় হৈ পৰিছিল।

তেনে এক অৱস্থাত অতি মৰমৰ ককায়েক ৰঘুনাথৰ অসুখৰ খবৰ ল'বলৈ গুৱাহাটীলৈ যোৱাৰ প্ৰবল ইচ্ছা থকা সত্ত্বেও মেঘনাথৰ যোৱাটো হৈ নুঠিল।

অৱশ্যে দুবছৰমানৰ আগতে পৰিয়ালসহ মেঘনাথে গুৱাহাটীত থকা ককায়েক ৰঘুনাথৰ ঘৰলৈ গৈ আহিছিল। ককায়েকৰ একমাত্র জীয়েক মাজনীৰ বিয়াত গুৱাহাটীলৈ গৈ মেঘনাথে পৰিয়ালসহ এৰাতি থাকি আহিছিল। তেতিয়াই ককায়েক ৰঘুনাথৰ স্বাস্থ্য একেবাৰে ভাগি পৰা যেন লাগিছিল মেঘনাথৰ। কেইবাবছৰো বহুমূত্র ৰোগত ভুগী থকা ককায়েক ৰঘুনাথৰ স্বাস্থ্য একেবাৰে ভাগি পৰাৰ এটা কাৰণ জীয়েক মাজনীৰ বিয়াখনো যেন লাগিছিল মেঘনাথৰ। ককায়েক ৰঘুনাথে আপেক্ষৰ সুৰত কোৱা কথাবোৰৰ পৰা মেঘনাথে সেই অনুমান কৰিছিল। ককায়েক ৰঘুনাথৰ জীয়েক মাজনীৰ ওপৰৰ একেবাৰে ডাঙৰটো পুতেক ডাক্তৰ আৰু তাৰ পিচৰটো ইঞ্জিনীয়াৰ। ডাক্তৰ আৰু ইঞ্জিনীয়াৰ পুতেক দুজনলৈ ধেমাজি আৰু লক্ষীমপুৰৰ মিচিং পৰিয়ালৰ ছোৱালী বিয়া কৰাই দিছিল। সেয়ে একমাত্র জীয়েক মাজনীকো মিচিং পৰিয়াললৈ বিয়া দিয়াৰ ইচ্ছা আছিল ৰঘুনাথৰ। কিন্তু জীয়েকে নিজৰ পছন্দ অনুসৰি মিপাক্ ল'ৰা এজনলৈহে বিয়া হ'ল। সেই দুখতে ৰঘুনাথে বহুমূত্র ৰোগ থকা সত্ত্বেও খোৱা-বোৱাৰ প্রতি যত্ন ল'বলৈ এৰি দিছিল বুলি মেঘনাথে শুনিছিল।

ঘৰখনৰ অজ্ঞাতে মিপাক্ ল'ৰালৈ মাজনীৰ বিয়া হোৱা বাবে মনত বৰকৈ আঘাত পালেও অনিচ্ছা সত্ত্বেও জী-জোঁৱাইৰ বাবে গুৱাহাটীত ডাঙৰকৈ বিয়াৰ অভ্যৰ্থনা ৰঘুনাথে পাতি দিছিল। জী-জোৱাঁইৰ বিয়াৰ অভ্যৰ্থনা উপায়হীন হৈহে যেন পাতি দিছে তেনে লাগিছিল মেঘনাথৰ। অভ্যৰ্থনাৰ দিনাখন ককায়েক ৰঘুনাথৰ লগত কথা পাতি মেঘনাথৰ অন্ততঃ তেনে ভাব হৈছিল।

পুৱা দহটামান বজাত ককায়েক ৰঘুনাথৰ গুৱাহাটীত মৃত্যু হোৱা বুলি খবৰটো পাই বালিয়ে পাঁচ ফুটমান পুতি পেলোৱা ছফুটীয়া চাংঘৰৰ তুংগৌঙত বহি দুখ মনেৰে মেঘনাথে এইবোৰ কথাকে ভাবি আছিল। 'কথাটো তেতিয়াহ'লে সঁচা যেন পাইছো মেঘ। ৰঘুৰ মৃতদেহ গাঁৱলৈকে গুৱাহাটীৰ পৰা আনি আছে বুলি শুনিলো।'

'কথাটো সঁচা। এইমাত্র লক্ষীমপুৰৰ চহৰৰ পৰা চক্ভালে আহি ক'লেহি।'

গাঁৱৰে কাৰকেশ্বৰে মেঘনাথৰ ঘৰলৈ খৰখেদাকৈ অহাৰ দৰে আহি তুংগৌঙৰ কাষত থিয় হৈ মিচিং ভাষাত সোধা প্রশ্নৰ উত্তৰ নিৰুদ্বেগ ভাবত মেঘনাথে মিচিং ভাষাতে দিলে। মেঘনাথৰ উত্তৰ শুনি কিছু চিন্তিত হোৱাৰ দৰে কৰি কাৰকেশ্বৰে মিচিং ভাষাত ক'লে,

'ঘটনাটো কেতিয়া ঘটিল? বৰ ডাঙৰ কথাই হ'ল, এইহেন দিনত আমি বাৰু ৰঘুক ইয়াত ক'ত থ'ম?'

'যোৱা ৰাতি ঢুকাল হোনো। লক্ষীমপুৰলৈ টেলিফোনযোগে জনাইছে বোলে। আজি পুৱা মৃতদেহ গাঁৱলৈ অনা কথা। এইটোচোন চক্ভাল কাষতে

আছে। তাকে সোধ।'

মেঘনাথৰ কথা শুনি কাৰকেশ্বৰে তুংগীগুৰ এচুকত বহি থকা চক্‌ভাললৈ চাই ক'লে, 'অ' চক্‌ভালক মই মনেই কৰা নাছিলো। ক'চোন ক', চক্‌ভাল, তই কথাটো ক'ত কেনেকৈ শুনিলি? কথাটো সঁচাতো?'

তুংগীগুত তলমূৰকৈ বহি থাকি চক্‌ভালে ক'লে, 'যোৱা ৰাতি লক্ষীমপুৰৰ আমাৰ কাকীৰ ঘৰলৈ গুৱাহাটীৰ পৰা ফোন কৰি জনাইছিল। কাকীয়ে আজি পুৱাই মোক গাঁৱলৈ পঠাই দি মেঘ বাবইক খবৰটো দিবলৈ ক'লে। সেয়ে আজি পুৱাই মই চাইকেল মাৰি ঘুণাসুঁতি হৈ ইয়াত পাইছোহি।'

'বৰ ডাঙৰ কথা হ'ল। গাড়ীৰে আহিলে ঢকুৱাখনা হৈ আমাৰ গাঁৱলৈ আহিব পাৰিবনে নোৱাৰে জানো!'

মেঘনাথে সন্দেহ প্ৰকাশ কৰি কোৱা কথা শুনি কাৰকেশ্বৰে ক'লে সিহঁত টকা-পইচা থকা মানুহ, কষ্ট হ'লেও পাবহি। কিন্তু ইয়ালৈ আহি পাওঁতে ৰাতি হ'ব যেন পাইছো। আৰু আহি পালে বালিৰে পোত খোৱা আমাৰ এইখন গাঁৱত ৰঘুক থ'বি ক'ত?'

ইতিমধ্যে গাঁৱৰে চেঙাৰামকে ধৰি দুই-এজনকৈ পুৰুষ-মহিলা মেঘনাথৰ ঘৰত গোট খাইছিলহি। কাৰকেশ্বৰে সন্দেহ প্ৰকাশ কৰি কোৱা কথা শুনি চেঙাৰামে তুংগীগুত বহি লৈ ক'লে, 'আহি পালে কিবা এটা কৰিব লাগিব দে। গাঁওখন বালিয়ে পুতি পেলালেও ইয়াৰ পৰাই দেখি থকা সৌ বাবই-নানীক থোৱা ঠাইডোখৰৰ শিমলুজোপা আৰু বাঁহজোপা আছেইচোন। তাৰ কাষত থ'লেই হ'ব।'

চেঙাৰামৰ প্ৰস্তাৱটো শুনি মেঘনাথৰ সৰগ ঢুকি পোৱা যেন লাগিল ককায়েক ৰঘুনাথৰ মৃতদেহ ঘৰলৈ আহি পালে ক'তনো কবৰ দিব বুলি ভাবি গোট খোৱা ৰাইজৰ লগতে মেঘনাথো চিন্তিত হৈ পৰিছিল। তাৰ দেউতাকক ঘৰৰ দক্ষিণফালে বাৰীৰ সীমাৰ ঢাপৰ কাষত থকা শিমলুজোপা আৰু বাঁহনিজোপাৰ কাষতে কবৰ দিছিল। মাককো দেউতাকৰ কাষতে থৈছিল। এইবাৰ তিনিবাৰকৈ অহা বানপানীয়ে খেতিপথাৰৰ লগতে গাঁওখনক বালিৰে পুতি পেলাই মেঘনাথৰ মাক-দেউতাকৰ সমাধিস্থলৰ চিন-চাব নোহোৱা কৰি পেলাইছিল। দেউতাকৰ অতি মৰমৰ পুতেক ৰঘুনাথক শিমলু আৰু বাঁহজোপাৰ কাষত মাক-দেউতাকৰ লগতে থ'ব পৰা যাব বুলি ভাবি সকাহ পোৱাৰ দৰে লাগিল মেঘনাথৰ।

'গুৱাহাটীৰ পাৰ্টি ইয়ালৈ ৰাতিহে পাবহি যেন লাগিছে। চক্‌ভাল আৰু গাঁৱৰ আন ডেকা ল'ৰাকেইজনে যেনে-তেনে চাকি-লেম্প যোগাৰ কৰি ৰাখিবি দেই।'

চেঙাৰামৰ কথা শুনি খং ভাবত কাৰকেশ্বৰে ক'লে, 'আমাৰ এনেহেন দুৰ্দিনত ইমান কষ্ট কৰি গুৱাহাটীৰ পৰা মৃতদেহ গাঁৱলৈ অনাৰ কি দৰকাৰ আছিল?

গুৱাহাটীৰ মিচিং মানুহখিনিৰ আগ-গলুং নাই নেকি গুৱাহাটীৰ মিচিং মানুহখিনিৰ বেছিভাগেই ডাঙৰ অফিচাৰ বুলি শুনিছো দেখোন। আমাৰ ইয়াৰ অৱস্থাৰ কথা ইহঁতে নিশ্চয় জানে। এইহেন দিনত ৰঘুক তাত থোৱাই ভাল আছিল। ইমান দূৰ ইমান কষ্টত ইয়ালৈ অনাৰ প্ৰয়োজন নাছিল যেন মোৰ ভাব হয়।'

কাৰকেশ্বৰে কোৱা কথা শুনি মেঘনাথে মনত কিছু আঘাত পালে যদিও একো নামাতিলে। ককায়েক ৰঘুনাথৰ প্ৰতি কাৰকেশ্বৰৰ খং ক'ত মেঘনাথে বুজি পাইছিল। ৰঘুনাথে লক্ষীমপুৰত কলেজত পঢ়ি থাকোতে কাৰকেশ্বৰে কিছু টকা-পইচা দি সহায় কৰিছিল। সেই সময়ত উভটা চামপৰা গাওঁখনৰ ভিতৰত কাৰকেশ্বৰহঁতৰ ঘৰখনেই আটাইতকৈ অৱস্থাপন্ন আছিল। নাহৰ কাঠৰ খুঁটাৰে বনোৱা কাৰকেশ্বৰহঁতৰ পাঁচ ফুট ওখ চাংঘৰটো গাঁওখনৰ ভিতৰত আটাইতকৈ দীঘলীয়া আছিল। চাংঘৰৰ ভিতৰত চাৰিটা জুহাল ঢল পুৱাৰ পৰা ৰাতিলৈকে জ্বলিছিল। মথাউৰিৰ ফালে মুখ কৰা দীঘলীয়া চাংঘৰটোৰ তুংগীঙৰ তলত দুটাকৈ ডাঙৰ কিঃপাৰ আছিল। পাঁচোটা হাতী থকা কাৰকেশ্বৰহঁতৰ এটা দঁতাল হাতী তুংগীং আৰু কিঃপাৰৰ কাষত থিয় হৈ চাংঘৰৰ পৰা খাদ্যবস্তু বিচাৰি থকা যেন লগা অৱস্থাত প্ৰায়েই দেখা পোৱা গৈছিল। আন চাৰিটা হাতী সুদূৰ নগা পাহাৰৰ জংঘলত কাঠ টনা কামত লগাইছিল। নাহৰ খুঁটাৰ দীঘলীয়া চাংঘৰ, দিনটোৰ প্ৰায় সদায়েই জ্বলি থকা চাৰিটাকৈ জুহাল, তুংগীঙৰ সন্মুখত দেখা পোৱা হাতীয়েই কাৰকেশ্বৰহঁতৰ ঘৰখনৰ আৰ্থিক সচ্ছলতাৰ কথা প্ৰতীয়মান কৰিছিল। হাতীৰ উপৰি আছিল বৌ, বৰালি, চিতল আদি পোৱা ইপাৰ-সিপাৰ নমনা এখন ডাঙৰ বিল। বিলৰ সিপাৰে আছিল এশজনী ম'হৰ খুঁটি। আছিল ধান, মাহ, সৰিয়হ, আলু খেতিৰে ভৰা বিশাল পথাৰ। হাতীৰ পৰা হোৱা উপাৰ্জনৰ উপৰি গাখীৰ, মাছ, সৰিয়হ আদি বিক্ৰী কৰি কাৰকেশ্বৰহঁতৰ যুগ্ম পৰিয়ালে বহু টকা আয় কৰিছিল।

এনে অৱস্থাপন্ন ঘৰৰ কাৰকেশ্বৰে লক্ষীমপুৰ কলেজত ৰঘুনাথে পঢ়ি থকা সময়ত টকা-পইচা দি সহায় কৰাৰ একমাত্ৰ উদ্দেশ্য আছিল তাৰ সৰু ভনীয়েকক ৰঘুনাথলৈ বিয়া দিয়া। কিন্তু কলেজৰ শিক্ষা সাং নকৰা পৰ্যন্ত বিয়া-বাৰু নকৰাওঁ বুলি ৰঘুনাথে কোৱাত সিমান দিনলৈ ৰঘুনাথৰ বাবে কাৰকেশ্বৰহঁতে সৰু ভনীয়েকক বাট চোৱাব নোৱাৰিলে। কম বয়সত বিয়া হোৱা দিনত কাৰকেশ্বৰৰ সৰু ভনীয়েকক গাঁৱৰে আন এঘৰলৈ বিয়া দিবলগীয়া হৈছিল। ৰঘুনাতে বি এ পাছ কৰি মাটিৰ হাকিম হোৱালৈ কাৰকেশ্বৰৰ সৰু ভনীয়েক কেইবাটাও সন্তানৰ মাতৃ হৈছিল। টকা-পইচা দি সহায় কৰা ৰঘুনাথলৈ সৰু ভনীয়েকক দিব নোৱাৰি কাৰকেশ্বৰৰ আজীৱন আক্ষেপ এটা হৈ গ'ল।

কাৰকেশ্বৰহঁতৰ ঘৰৰ আৰ্থিক অৱস্থা এতিয়া আৰু আগৰ দৰে হৈ থকা নাই। বৰভূঁইকঁপৰ পিচৰ পৰা প্ৰতি বছৰে আহি থকা বানপানীয়ে লাহে লাহে

ঘৰৰ আৰ্থিক অৱস্থা বেয়া কৰি পেলালে। যোৱা কেইবছৰমানৰ আগৰ পৰা অহা প্ৰলয়ংকৰী বানে কাৰকেশ্বৰহঁতৰ ঘৰখনৰ লগতে উভটা চামপৰা গাঁওখনৰ উপৰি সমগ্ৰ অঞ্চলটোকে নিঃশেষ কৰি থৈ গ'ল। ইয়াৰ বিপৰীতে মাটিৰ হাকিম হৈ ৰঘুনাথ বহু আমং-মুৰ্কঙৰ গৰাকী হৈ পৰাত উভটা চামপৰা গাঁৱৰ আলোচ্যৰ বিষয় হৈ উঠিছিল। সেয়ে সৰু ভনীয়েকক ৰঘুনাথলৈ দিব নোৱাৰাৰ আক্ষেপ থাকি যোৱা বাবে ৰঘুনাথৰ কথা ওলালেই কাৰকেশ্বৰে বিৰূপ মন্তব্য দি ভাল পাইছিল।

'এহ্‌, তেনেবোৰ কথা এতিয়া ক'ব নাপায় দে।' কাৰকেশ্বৰৰ বিৰূপ মন্তব্য শুনি কিছু চিন্তা কৰাৰ দৰে কৰি চেঙাৰামে পুনৰ ক'লে, 'যিখন গাঁৱত ৰঘুকায়ে জন্মগ্ৰহণ কৰিছিল সেইখন গাঁৱতে তাক থ'বলৈ মামহঁতে ভাবিছে কিজানি। মৰাৰ আগতে ৰঘুকায়ে তাক গাঁৱৰ ঘৰত থ'বলৈ কৈ যাবওতো পাৰে।'

চেঙাৰামৰ কথা শুনি খং ভাবত কাৰকেশ্বৰে ক'লে, 'তোৰ কথাটো মিছা নহ'ব পাৰে। কিন্তু ৰঘুৱে চকুৰাখনাত পঢ়িবলৈ ওলাই যোৱা দিনৰে পৰা আমাৰ গাওঁখনৰ লগত কিবা সম্পৰ্ক ৰাখি চলিছিলনে? আমি শুনামতে সি মাটিৰ হাকিম হৈ জোনাই, চিলাপথাৰ, ধেমাজি, লক্ষীমপুৰ, গুৱাহাটী আদি চহৰত বহু আমং-মুৰ্কং কৰি থৈ গ'ল। আমাৰ গাওঁখনৰ বাবে কিবা কৰি থৈ গ'লনে? গাওঁখনৰ ভাল দিনত কেতিয়াবা হঠাৎ ভুমুকি মাৰি যোৱা মানুহজনৰ এই গাঁৱত জন্ম হৈছিল বুলিয়েই মৰাৰ পিছত এই গাওঁখনলৈ ঘূৰি অহাৰ কি অধিকাৰ আছে? তাৰ আমং-মুৰ্কং কৰা ঠাইবোৰলৈতো নিব পাৰিলে হয়। তাতো তাৰ মিতিৰ-কুটুম, বন্ধু-বান্ধৱ নিশ্চয় আছে।'

কথাখিনি কৈ কাৰকেশ্বৰে দীঘলীয়া উশাহ ল'লে। বহুদিনৰ আক্ষেপ মন উজাৰি ক'বলৈ পাই তাৰ ভাল লাগিল। কাৰকেশ্বৰৰ দীঘলীয়া আপত্তিজনক কথা শুনি অস্বস্তিবোধ কৰি চেঙাৰামে ক'লে, 'ইচ্ ৰাম, এইবোৰ কথা এতিয়া কোৱাৰ সময় নহয় অ' কাকী। ৰঘুকাইৰ মৃতদেহ গাঁৱলৈ আহি আছেই যেতিয়া আমি দিনৰ পোহৰতে বাঁহ আদি লাগতিয়াল বস্তুবোৰ গোটাই ৰখা ভাল হ'ব।'

চেঙাৰামৰ কথা শুনি খংমুৰাকৈ কাৰকেশ্বৰে পুনৰ ক'লে, 'এইবোৰ কুৰ্কগীয়া কথা। আমাৰ নিচিনা গাঁৱৰ পৰা বহু বছৰৰ অন্তত কেতিয়াবা এজন হাকিম, এজন ডাক্তৰ বা ইঞ্জিনীয়াৰ ওলাব, গোটেই জীৱন সিহঁতে নিজৰ আৰু পা-পৰিয়ালৰ বাবে আমং-মুৰ্কং গোটাব; তাৰ পিছত সিহঁত মৰাৰ পিচত আমি দুবেলা-দুমুঠি ভাতৰ চিন্তাত থকা মানুহবোৰে সিহঁতৰ মৃতদেহ সৎকাৰ কৰিব লাগে। এইটো কোন দেশৰ নিয়ম? আমি ইয়াৰ প্ৰতিবাদ নকৰিম কিয়?'

'হ'ব, হ'ব আৰু কাৰকে কাকী। তোৰ যদি মন নাই ৰঘুকাইৰ মৃতদেহ সৎকাৰ কৰাত ভাগ ল'ব নালাগে। আমি গাঁৱৰ বাকী ৰাইজে কৰিম।'

চেঙাৰামৰ কথাত কিছু শান্ত সুৰত এইবাৰ কাৰকেশ্বৰে ক'লে, 'মই ৰঘুৰ মৃতদেহ সৎকাৰ কৰাত ভাগ নলওঁ বুলি কোৱা নাই। সঁচা কথাবোৰহে কৈছো। এসময়ত হাতীৰ লগত পাহাৰে-পৰ্বতে বহু ঠাই ঘুৰি আমাৰ হাকিমবোৰৰ কথা মই ভালকৈয়ে জানো। সেয়ে কথাবোৰ কৈছো আৰু। তাতে আজি বহুদিন ভোকে-লঘোণে থকা বাবে এনেবোৰ কথাই মোক হঠাৎ বৰকৈ আমনি কৰেহি। অলপ কথাতে খং উঠা হৈছে। মোৰ কথাত তহঁতি বেয়া নাপাবি। ককায়েৰৰ কথা তেনেকৈ কোৱা বাবে মেঘনাথেও বেয়া নাপাবি। মই ৰাইজৰ লগতে আছো দে। হেজাৰ হ'লেও ৰঘুৱে মাটিৰ হাকিম হৈ আমৰ উভতা চামপৰা গাওঁখনৰ নাম কৰি থৈ গ'ল। তাৰ মৃতদেহ সসন্মানে সৎকাৰ কৰাটো আমাৰ গাঁৱৰ সকলোৰে দায়িত্ব আৰু কৰ্তব্য। ময়ো এই দায়িত্ব আৰু কৰ্তব্যৰ সমভাগী।'

'কাৰকে কাকীৰ কথাবোৰ এতিয়াহে ভাল লাগছে।' -তুংগীঙৰ উত্তৰ কোণত বহি থকা চক্ভালে ক'লে।

'নহয় অ' চক্ভাল, মই সাধাৰণতে আনৰ মনত আঘাত দি কথা ক'বলৈ টান পাও। এসময়ত জংঘলত হাতীৰ মাউতক বহু কথা দীঘলীয়াকৈ বুজাবলগীয়া হৈছিল। নগী পাহৰৰ জংঘলৰ কেম্পত মহ-ডাঁহ-জোকৰ কামোৰ খাই ৰাতি শুৱাৰ আগতে মাউতবোৰক বহু কথা বুজাবলগীয়াত পৰিছিলো। সেই অভ্যাস, মানে দীঘলীয়াকৈ কথা কোৱা অভ্যাস এই বুঢ়া বয়সলৈকে থাকি গ'ল। জংঘলৰ কাঠ টানিলেই নহ'ব, হাতীৰ খোৱা-বোৱা স্বাস্থ্যৰ প্ৰতিও লক্ষ্য ৰাখিব লাগিব ইত্যাদিবোৰ কৈছিলো। আৰু সেই জংঘলৰ কাঠৰ লগত যে কিমান মানুহৰ সম্পৰ্ক-তহঁতি এইবোৰ নুবুজিবি। এতিয়া এইবোৰ বাদ দে। তহঁত ডেকা ল'ৰাবোৰে যা-যোগৰবোৰ কৰা আৰম্ভ কৰ।'

কাৰকেশ্বৰৰ কথাবোৰ শুনি মেঘনাথে একপ্ৰকাৰ আমোদেই পালে। কেইবা মাহো প্ৰায় ভোকে-লঘোণে থকা কাৰকেশ্বৰৰ কথাবোৰ একেবাৰে মিছা বুলি মেঘনাথে উৰুৱাই দিব নোৱাৰিলে। ককায়েক ৰঘুনাথে ঢকুৱাখনা হাইস্কুলত পঢ়া দিনৰে পৰা গাঁৱৰ লগত প্ৰায় সম্পৰ্ক নথকাৰ দৰে হোৱা বুলি কোৱা কাৰকেশ্বৰে কোৱা কথাটোও মিছা নহয় যেন লাগিল মেঘনাথৰ। ৰঘুনাথে ঢকুৱাখনাত পঢ়া দিনৰে পৰা মেঘনাথে তাক লগ নোপোৱাৰ দৰেই হৈছিল।

ঢকুৱাখনা হাইস্কুলৰ নাতিদূৰত কেইবাজনো মিচিং ল'ৰাই মেচ কৰি আছিল। ককায়েক ৰঘুনাথেও সেই মেচত থাকি নিজেই ৰন্ধা-বঢ়া কৰি খাই পঢ়া-শুনা কৰিছিল। মেঘনাথৰ এতিয়াও মনত পৰে, ককায়েক ৰঘুনাথক বাপেকে গাঁৱত থকাটো বা গাঁৱলৈ অহাটো একেবাৰে পছন্দ কৰা নাছিল। গাঁৱৰ চাংঘৰৰ অস্বাস্থ্যকৰ পৰিবেশৰ উপৰি পঢ়া-শুনাৰ পৰিবেশ একেবাৰে নাছিল। তদুপৰি তেতিয়াৰ দিনত কোনোৰকম ক্লাছ নাইন-টেনলৈ পঢ়ি, পঢ়া সাং কৰি গাঁৱৰ ল'ৰাই

বিয়া-বাৰু কৰি পেলাইছিল। ঢকুৱাখনাত থাকি ভালকৈ পঢ়া-শুনা কৰি ৰঘুনাথ যেন ডাঙৰ হাকিম হয় সেই কামনা বাপেকে কৰিছিল। বাপেকৰ ইচ্ছা অৱশ্যে এসময়ত মাটিৰ হাকিম হৈ ৰঘুনাথে ৰাখিলে।

ককায়েক ৰঘুনাথে থকা ঢকুৱাখনাৰ মেচলৈ ঘৰৰ পৰা চাউল, মাটিমাহ, মিঠাতেল, আলু, বেঙেনা, শুকান মাছ আদি লৈ যোৱাৰ ভাৰ মেঘনাথৰ ওপৰত পৰিছিল। উভটা চামপৰা গাঁৱৰ পৰা সোৱণশিৰি নৈৰ পাৰৰ মথাউৰিয়েদি উত্তৰ মুৱাকৈ চাউলৰ বস্তা, মাটিমাহ, আলু আদি চাইকেলত বান্ধি লৈ মথাউৰিৰ পৰা নামি পূব মুৱাকৈ ঢকুৱাখনালৈ বুলি চাইকেল মাৰি বাসুদেউ থান পাৰ হৈ অলপ আগুৱাই গৈ দুপৰ বেলা ককায়েক ৰঘুনাথে থকা মেচলৈ মেঘনাথ পাইছিলগৈ। অন্য বাৰত স্কুল খোলা থাকে বাবে সাধাৰণতে দেওবাৰে পুৱাই দেউতাকে মেঘনাথক ককায়েক ৰঘুনাথৰ ওচৰলৈ পঠাইছিল। দুপৰীয়া ককায়েক ৰঘুনাথৰ মেচলৈ গৈ পোৱা মানে মেঘনাথ একেবাৰে ভাগৰি পৰিছিল। ভোকে-ভাগৰে দুপৰীয়া ককায়েকে ৰন্ধা ভাতৰ লগত শুকান মাছৰ পিটিকা আৰু আধাসিজা মাটিমাহৰ তৰকাৰীৰে ভাত খাই মেঘনাথে বৰ তৃপ্তি পাইছিল। ভাত খাই উঠিয়েই গধূলি হোৱাৰ আগতে গাঁও পোৱাকৈ মেঘনাথে ককায়েক ৰঘুনাথৰ মেচৰ পৰা গুচি আহিছিল।

মেঘনাথৰ ল'ৰালি কালত ঢকুৱাখনা বা সোৱণশিৰিৰ উভটা চামপৰা গাঁৱত আজিকালিৰ দৰে বানপানীয়ে উপদ্ৰৱ কৰা নাছিল। বানপানী একেবাৰে নহৈছিল বুলিয়েই ক'ব পাৰি। উভতা চামপৰা গাঁৱৰ বেছিভাগ বছৰটো জোৰাকৈ ধান, মাহ, সৰিয়হ, ৰঙালাউ, আলু আদিৰ খেতি হৈছিল। প্ৰতি সাঁজ ভাতৰ আগতে লগা পঃৰ আপঙৰ বাবে বহু চাউলৰ প্ৰয়োজন আছিল যদিও বছৰটো জোৰাকৈ ধান খেতি হৈছিল। লাগ বুলিলে চাংঘৰৰ পৰা নামি গাঁৱৰ লগতে লাগি থকা মেটেকাৰে ভৰা খাৱৈত অজস্ৰ মাছ পাইছিল। ঢকুৱাখনা, লক্ষীমপুৰলৈ উভটা চামপৰা গাঁৱৰ পৰা যাতায়াতৰ ব্যৱস্থা সুগম নাছিল যদিও বছৰৰ যিকোনো মাহত সেইবোৰ ঠাইলৈ চাইকেল মাৰিয়েই যাব পৰা হৈছিল।

ঢকুৱাখনা হাইস্কুলৰ পৰা তৃতীয় বিভাগত মেট্ৰিক পাছ কৰি লক্ষীমপুৰ কলেজত পুনৰ মেচ কৰি পঢ়ি থাকোতেও ককায়েক ৰঘুনাথলৈ চাউল আদি নি দিয়াৰ ভাৰ মেঘনাথৰ ওপৰত পৰিছিল। ঘৰখনৰ এজনে পঢ়া-শুনা কৰিলেই হ'ব বুলি বাপেকে কোৱাত গাওঁখনৰ নাতিদূৰত থকা এল পি স্কুলখনত কেইবছৰমান অহা-যোৱা কৰি মেঘনাথে পঢ়াৰ ইতি পেলাবলগা হৈছিল। ককায়েক ৰঘুনাথৰ পঢ়া-শুনাৰ খৰচ-পাতি যোগাৰ কৰা, ঘৰৰ খেতি-বাতি চম্ভালা আদি কামত বাপেকৰ লগত মেঘনাথ ব্যস্ত থাকিবলগাত পৰিছিল।

বাপেক-মাকৰ বয়স হৈ অহাত, একমাত্ৰ ভনীয়েকো গাঁৱৰে এজনলৈ পলাই গৈ বিয়া হোৱাত ঘৰখন চাওঁতা নাই বুলি ককায়েক ৰঘুনাথ লক্ষীমপুৰ

কলেজত পঢ়ি থাকোতেই মেঘনাথক বাপেকে বিয়া পাতি দিছিল। তেতিয়াৰ দিনত অৱশ্যে কম বয়সত বিয়া-বাৰু হৈছিল। ককায়েক ৰঘুনাথে বি এ পাছ কৰালৈ মেঘনাথ তিনিটা সন্তানৰ পিতৃ হৈছিল। ঘৰখন চলাবলগীয়া হোৱাৰ উপৰি ককায়েক ৰঘুনাথৰ পঢ়াৰ খৰচ-পাতি উলিয়াবলৈ খেতি-বাতিত অহৰহ ব্যস্ত থাকিবলগীয়া হোৱাত কেইবছৰমানৰ ভিতৰতে মেঘনাথক অকালতে বুঢ়া হোৱা যেন লাগিছিল। তাক ৰঘুনাথৰ ককায়েক যেনহে লগা হৈছিলগৈ। তেনে অৱস্থাতো মেঘনাথে ককায়েক ৰঘুনাথে পঢ়া-শুনা কৰি ডাঙৰ হাকিম হোৱাটো কামনা কৰিছিল। সৰু পুতেক ৰঘুনাথক লৈ কৰা বাপেকৰ আশা পূৰণ কৰি দিবলৈ মেঘনাথে যিমান পাৰি সিমান চেষ্টা কৰিছিল। এসময়ত ককায়েক ৰঘুনাথক মেঘনাথে ভায়েক বা পুত্ৰসমহে জ্ঞান কৰা হৈছিলগৈ। লক্ষীমপুৰ কলেজত মেচ কৰি পঢ়ি থকা ককায়েক ৰঘুনাথলৈ প্ৰতি মাহে পঠাবলগীয়া চাউল, মাহ, খৰি আদি সময়মতে পঠাব নোৱাৰা পৰ্যন্ত মেঘনাথে মনত শান্তি নাপাইছিল।

ককায়েকৰ নাম ৰঘুনাথ আৰু নিজৰ নাম মেঘনাথ কিয় হ'ল তাৰো কাহিনী মেঘনাথৰ জনা আছিল। ককায়েক ৰঘুনাথক পঢ়াই-শুনাই ডাঙৰ হাকিম কৰাৰ অন্তৰালত আন এক উদ্দেশ্যও বাপেকৰ আছিল বুলি মেঘনাথে জানিছিল। সেয়া আছিল ৰঘুনাথক গাঁৱৰ বাহিৰত ৰাখি বাপেকৰ বংশ ৰক্ষাৰ কামনা। ৰঘুনাথ আৰু মেঘনাথৰ ওপৰত কেইবাটাও সন্তান সৰু থাকোতে বাপেক-মাকে হেৰুৱাইছিল বুলি মেঘনাথে শুনিছিল। সিহঁত দুজনৰ ওপৰৰ মাক-বাপেকৰ পাঁচোটা সন্তান উভটা চামপৰা গাঁৱত হোৱা মহামাৰীত সৰুতে ঢুকাইছিল বুলি মেঘনাথে শুনিছিল। বৰ ভুঁইকঁপৰ ঠিক পিচতে হোৱা সেই মহামাৰীত উভটা চামপৰা গাঁৱৰ বহু কেঁচুৱা, ল'ৰা, ডেকা, বুঢ়াৰ মৃত্যু হৈছিল বুলি মেঘনাথে শুনিছিল। মাক-বাপেকে পাঁচোটা সন্তান হেৰুওৱাৰ পিচত ৰঘুাথৰ জন্ম হৈছিল। সেই হিচাপত ৰঘুনাথ আছিল ঘৰখনৰ ছয় নম্বৰ সন্তান, আৰু মেঘনাথ আছিল সাত নম্বৰ। মেঘনাথৰ পিচতো তিনিজনী ভনীয়েক সৰুতে ঢুকাইছিল। একেবাৰে নুমলীয়াজনীহে থাকিল। অৰ্থাৎ মেঘনাথৰ মাক-বাপেকৰ এঘাৰটা সন্তানৰ ভিতৰত বাচি থাকিল তিনিটা সন্তানহে। সেয়ে বাপেকে ঢকুৱাখনাৰ বাসুদেউ সত্ৰৰ কাষৰ গোসাঁই এঘৰত মংগল চোৱাই গোসাঁইৰ পৰামৰ্শমতে ষষ্ঠ আৰু সপ্তম সন্তান দুটাৰ নাম ৰঘুনাথ আৰু মেঘনাথ ৰাখিছিল। গোসাঁইৰ আশীৰ্বাদ বিচাৰিছিল যাতে পুত্ৰ সন্তান দুটাই বংশ ৰক্ষা কৰিব পাৰে। বংশ ৰক্ষাৰ বাবে গোসাঁইৰ পৰামৰ্শমতেই ৰঘুনাথক গাঁৱৰ বাহিৰত ৰাখি পঢ়া-শুনাৰ ব্যৱস্থা বাপেকে কৰি দিছিল।

কেইবাবছৰো বহুমূত্ৰ ৰোগত ভুগি থকা তেনে এক ককায়েকৰ মৃত্যুৰ খবৰে মেঘনাথৰ মনত বিশেষ প্ৰতিক্ৰিয়াৰ সৃষ্টি নকৰিলেও তাৰ মনত বৰকৈ আঘাত দিলে। ককায়েক ৰঘুনাথে কলেজত পঢ়ি থকা দিনতে অকালতে বুঢ়া

হোৱা যেন লগা মেঘনাথে তাৰ মনৰ ভাব তুংগীওঁৰ সম্মুখত গোট খোৱা গাঁৱৰ ৰাইজৰ আগত প্ৰকাশ নকৰিলে।

'মেঘই বহু সময় মনে মনে বহি আছ যে, ককায়েৰ ৰঘুৰ মৃতদেহৰ লগত তোৰ বৌহঁতো নাহিব জানো?

'আহিব, মাম'হঁত লগত কেলেই নাহিবনো? ৰঘুকাইৰ মৃতদেহ সংকাৰ কৰাৰ লগতে ইয়াতে তিলনিও পাতি দিব লাগিব। এইখিনি কাম আমাৰ এই অৱস্থাত কষ্ট হ'লেও গাঁৱৰ ৰাইজেহে কৰিব লাগিব।' মেঘনাথলৈ চাই কাৰকেশ্বৰে কৰা প্ৰশ্নৰ উত্তৰ সি দিয়াৰ আগতে চেঙাৰামে ক'লে।চেঙাৰামৰ কথা শুনি চিন্তিত হোৱাৰ দৰে কৰি কাৰকেশ্বৰে ক'লে—

'ৰঘুৰ যোৱা ৰাতি মৃত্যু হোৱা হিচাপত আজিক লৈ দুদিনত ভৰি দিলেই। আজি গধূলি মৃতদেহ সংকাৰ কৰি কালিলৈকে তিলনি পাতিব লাগিব। তিলনিৰ বাবে আপং, মুৰ্গী আদি ইমান কম সময়ৰ ভিতৰত যোগাৰ কৰাটোহে দিগদাৰ হ'ব।'

'ৰঘুকাইৰ ডাঙৰটো পুতেক ডাক্তৰ আৰু সৰুটো ইঞ্জিনীয়াৰ নহয় জানো? সিহঁত আহিলে সকলো যোগাৰ হৈ যাব। আমি বিশেষ চিন্তা কৰিব নালাগে। তিলনি তাহাঁতৰ লগত কথা পাতি পতা হ'ব। আমাৰ এনে দুৰ্দিনত ইমান নিয়ম মানি চলা দিগদাৰ হ'ব। অৱস্থা চাই ব্যৱস্থা কৰিব লাগিব আৰু।'

চেঙাৰামৰ কথা শুনি অতীতৰ কথাবোৰ মনত পাগুলি থকা মেঘনাথে মাত লগালে, 'বানপানী আৰু বালিয়ে আমাৰ গাঁৱৰ অৱস্থা কি কৰিলে তহঁতি দেখিছই দেখোন। মোৰ ঘৰৰো অৱস্থা দেখিছই, ছফুটীয়া সাংঘৰ বালিত হেৰাল তহঁতৰ কথাতো আৰু নোকোৱাই ভাল। এনে দুৰ্দিনত তহঁতৰ সহায় নহ'লে মই অকলে একোৱেই কৰিব নোৱাৰিম চেঙাৰাম।'

'আমি ৰাইজ আছো যেতিয়া এইবোৰ কথা তই চিন্তা কৰিব নালাগে দে, কিবা এটা কৰা যাব। দুপৰীয়া হ'বৰে হ'ল। এতিয়া আমি যাওঁ। আবেলি আহি বাঁহ আদি যোগাৰ কৰিবহি লাগিব।'

কথাখিনি কৈ চেঙাৰাম যাবলৈ ওলাল। কাৰকেশ্বৰহঁতেও মেঘনাথক মাত লগাই ঘৰা-ঘৰি হ'ল। গাঁৱৰ ৰাইজ গোট খাই এনেধৰণৰ আলোচনাত বহিলে সাধাৰণতে ৰাইজক আপং এবাটিমান দিয়া হয় যদিও মেঘনাথৰ ঘৰত আপং যথেষ্ট নথকাত ৰাইজক আপং দিয়া নহ'ল। বানপানীত বিধ্বস্ত, বালিত পোত যোৱা উভটা চামপৰা গাঁৱৰ কাৰকেশ্বৰ, চেঙাৰামহঁতেও নিজৰ তথা মেঘনাথৰ ঘৰৰুৱা অৱস্থা বুজি আপঙৰ কথা নুলিয়াই ঘৰা-ঘৰি হ'ল।

গাঁৱৰ ৰাইজ গুচি যোৱাত মেঘনাথে তুংগীওতে বহু সময় বহি থাকিল। দুপৰীয়া হোৱা সত্বেও তাৰ ভোক নালাগিল। প্ৰথমটো বান অহাৰ পৰাই মেঘনাথৰ ভোক লগা অৱশ্যে এনেয়েও কমি আহিছিল। ভাত খোৱাৰ আগতে দুবাটিমান

পঃৰ আপং খোৱাটো মেঘনাথৰ বহু পুৰণি অভ্যাস। দুবাটিমান পঃৰ আপং খাই ভাতৰ লগত এডোখৰ মাছ বা শুকান মাছৰ পিটিকা নহ'লে ভাত খাব নোৱাৰা মেঘনাথে যোৱা কেইবামাহো পঃৰ আপং আৰু মাছ খাবলৈ নাপাই ভাত খোৱাৰ প্ৰতি তাৰ ইচ্ছাই নাইকিয়া হৈ আহিছিল। ঘৈণীয়েকে কোনো ৰকম ৰান্ধি দিয়া কচুঠাৰিৰ তৰকাৰী আৰু পচা চাউলৰ গোন্ধ থকা ভাত মেঘনাথৰ পেটলৈ নোযোৱাৰ দৰে হ'ল। ভোক নগলাত তুংগীঙত আমন-জিমনকৈ বহি থাকিয়ে মেঘনাথে ককায়েক ৰঘুনাথৰ কথা ভাবি থাকিল।

ককায়েক ৰঘুনাথে লক্ষীমপুৰ কলেজৰ পৰা বি-এ পাছ কৰি ধেমাজিৰ ফালে কোনোবা এখন স্কুলমাষ্টৰ চাকৰিত সোমাইছিল বুলি মেঘনাথে খবৰ পাইছিল। কেইবছৰমানৰ পিচত তাইৰ পৰাই ককায়েক ৰঘুনাথে মাটিৰ হাকিমৰ চাকৰি পাইছিল বুলিও মেঘনাথে গম পাইছিল। মাটিৰ হাকিমৰ চাকৰি পাই বিয়া-বাৰু কৰাই তিনিটা সন্তানৰ পিতৃ নোহোৱালৈকে ককায়েক ৰঘুনাথৰ স্বাস্থ্য ভালেই আছিল। কিন্তু সন্তানসহ পৰিয়ালক লক্ষীমপুৰত থৈ অকলে চাকৰি কৰা ঠাইত থকাৰ পৰা ককায়েক ৰঘুনাথে নিজৰ স্বাস্থ্যৰ প্ৰতি অৱহেলা কৰা আৰম্ভ কৰিছিল। মাটিৰ হাকিমৰ চাকৰিত প্ৰতি দুই-তিনি বছৰৰ অন্তত এঠাইৰ পৰা আন ঠাইলৈ বদলি হৈ যাবলগীয়া হোৱাত ল'ৰা-ছোৱালী পৰিয়াল একে ঠাইতে ৰাখিবৰ বাবে ককায়েক ৰঘুনাথে লক্ষীমপুৰ চহৰত ঘৰ-বাৰী কৰি পেলাইছিল। সন্তানসহ পৰিয়ালক লক্ষীমপুৰ চহৰত ৰাখি বদলি হোৱা ঠাইত ৰঘুনাথ অকলেই গৈছিল। পুত্ৰ সন্তান দুটাক লক্ষীমপুৰ চহৰৰ উত্তৰ দিশে নাতিদূৰত থকা ছেণ্ট মেৰিজ ইংলিছ স্কুলত নাম লগাই দিছিল। একেখন স্কুলতে সৰুৰে পৰা ইংৰাজী মাধ্যমত পঢ়িবলৈ পোৱা বাবে বাপেকৰ অনুপস্থিতিতো ৰঘুনাথৰ ল'ৰা দুটা পঢ়াত ভাল হ'ল। সেয়ে ডাঙৰটো পুতেক ডাক্তৰ আৰু সৰুটো ইঞ্জিনীয়াৰ হ'লগৈ।

এইবোৰ কথা মেঘনাথে ইটো-সিটোৰ মুখে শুনি গম পোৱা কথা। কিন্তু ধেমাজিত থাকোতে যে ককায়েক ৰঘুনাথে নিজৰ স্বাস্থ্যৰ প্ৰতি অৱহেলা কৰিছিল তাৰ বিয়াগোম পেটসহ বিশাল অবয়বৰ দেহাটো দেখিয়েই মেঘনাথে উপলব্ধি কৰিব পাৰিছিল। বিলাতী মদ আৰু মাছ-মাংস নহ'লে ককায়েক ৰঘুনাথে চলিব নোৱাৰা অৱস্থা হৈছিল বুলি মেঘনাথে শুনিছিল। এনেকি অফিচৰ টেবুলৰ ড্ৰয়াৰতো বিলাতী মদৰ বটল ককায়েক ৰঘুনাথে ৰাখি থৈছিল বুলি আনৰ মুখে মেঘনাথে শুনিছিল। সুযোগ পালে অফিচ কৰি থাকোতেও ড্ৰয়াৰৰ পৰা বিলাতী মদৰ বটল উলিয়াই এঢোক মাৰিছিল বুলি মেঘনাথে শুনিছিল। ধেমাজিত মাটিৰ হাকিম হৈ থাকোতে বান-বিধ্বস্ত মিচিং গাঁৱৰ বান-সাহায্য বিতৰণৰ খেলিমেলিত ককায়েক ৰঘুনাথ জড়িত হৈ পৰিছিল বুলিও মেঘনাথে শুনিছিল। সেয়ে প্ৰায় তিনি বছৰমান ধেমাজিত চাকৰি কৰা ককায়েক ৰঘুনাথ জোনাইলৈ বদলি হৈছিল

বুলি মেঘনাথে খবৰ পাইছিল। জোনাইত গৈ ককায়েক ৰঘুনাথৰ বিলাতী মদ খোৱাটো আৰু বেছি হৈছিল বুলি মেঘনাথে গম পাইছিল। মাছ-মাংস নোহোৱাকৈ খালী পেটতো বহু ৰাতিলৈ বিলাতী মদ খাই পিচদিনা পুৱাৰ পৰা পুনৰ খোৱা আৰম্ভ কৰিছিল বুলিও মেঘনাথে খবৰ পাইছিল। অৱশ্যে চৌবিশ ঘণ্টাই বিলাতী মদ খাই থাকিলেও লক্ষীমপুৰ চহৰৰ বাদেও ধেমাজি আৰু জোনাইতো ককায়েক ৰঘুনাথে নিজাকৈ ঘৰ-বাৰী কৰিলে বুলি মেঘনাথে গম পাইছিল। চিলাপথাৰতো বিশ বিঘামান খেতিৰ মাটি কিনিছে বুলি মেঘনাথে শুনিছিল।

ককায়েক ৰঘুনাথৰ বিপক্ষে কোৱা কথা ইটো-সিটোৰ মুখে মাজে-সময়ে শুনিবলৈ পালেও মেঘনাথে বিশেষ কাণসাৰ দিয়া নাছিল। মাজে সময়ে সি ককায়েকৰ পৰা টকা-পইচা পাইছিল আৰু তাৰ বাবে সি ককায়েক ৰঘুনাথলৈ কৃতজ্ঞ হৈ ৰৈছিল। মেঘনাথৰ ভাব হৈছিল— মাটিৰ হাকিম হৈ ককায়েক ৰঘুনাথে আমং-মুৰ্কং কৰিছে যেতিয়া তাৰ ক'বলৈনো কিটো আছে? আনে চাগে' ঈৰ্ষাতে ককায়েক ৰঘুনাথৰ বদনাম গায়। আৰু কোন হাকিমনো আমং-মুৰ্কং নকৰাকৈ আছে? ককায়েক ৰঘুনাথে যি কৰিছে ভালেই কৰিছে বুলি মেঘনাথৰ ভাব হৈছিল। মাটিৰ হাকিম যেতিয়া ককায়েক ৰঘুনাথে পঃৰ আপং খাবলৈ এৰি বিলাতী মদ খাবলৈ লোৱাতো মেঘনাথে বিশেষ দোষ বিচাৰি পোৱা নাছিল। স্কুল-কলেজত মেচত থাকি পঢ়া-শুনা কৰোতে বেচেৰা ককায়েক ৰঘুনাথে বহু বছৰ নিজে ৰন্ধা আধাসিজা ভাত-তৰকাৰী খাই এতিয়া মাটিৰ হাকিম হৈ হেঁপাহ পলুৱাই খাইছে। তাতনো আপত্তি কৰিবলগীয়া কি আছে?

জোনাইত কেইবাবছৰো থকাৰ পিচত ককায়েক ৰঘুনাথে লক্ষীমপুৰলৈ বদলি হৈ আহিছিল। মানুহৰ মুখত ককায়েক ৰঘুনাথৰ বদনাম শুনি থাকিলেও গোটেই চাকৰি জীৱন ককায়েকে কিন্তু জোনাই, ধেমাজি আৰু লক্ষীমপুৰতে কটালে। এই তিনি ঠাইৰ বাহিৰলৈ বদলি হৈ নোযোৱাৰ কাৰণ হেনো ককায়েক ৰাজনীতি কৰাত পাকৈত হৈ পৰা বাবে সম্ভৱ হৈ উঠিছিল। ওপৰৱালা হাকিমক, ৰাজনৈতিক নেতাক কেনেকৈ সন্তুষ্ট কৰি ৰাখিব পাৰি সেই কায়দা ককায়েক ৰঘুনাথে আয়ত্ত কৰি পেলাইছিল বুলি মেঘনাথে শুনিছিল। এনেবোৰ কথা শুনি সঁচা ৰাজনীতিত ককায়েকে নমাটো মেঘনাথে কামনা কৰিছিল। বিয়োগোম দেহৰ অধিকাৰী হোৱা ককায়েক ৰঘুনাথক ধুতী-পাঞ্জাবী পিন্ধি ঢকুৱাখনা সমষ্টিৰ এম এল এৰ ৰূপত দেখা পোৱাৰ কল্পনাও মেঘনাথে কৰিছিল।

মেঘনাথে ককায়েক ৰঘুনাথৰ বিষয়ে তেনেকৈ ভবাৰ আৰু কাৰণ আছিল। ঢকুৱাখনা আৰু লক্ষীমপুৰত পঢ়া-শুনা কৰাৰ দিনত মেঘনাথে কৰা সহায়ৰ কথা ককায়েক ৰঘুনাথে হয়তো পাহৰা নাছিল। সেয়ে ককায়েক ৰঘুনাথ বহুমূত্ৰ ৰোগত বেছিকৈ আক্ৰান্ত নোহোৱা পৰ্যন্ত মেঘনাথক মাজে-সময়ে টকা-পইচা দি আছিল।

মেঘনাথলৈ কৃতজ্ঞতাৰ চিনস্বৰূপে ককায়েক ৰঘুনাথে উভটা চামপৰা গাঁৱৰ মেঘনাথৰ চাংঘৰটো পকী খুঁটা আৰু টিনপাট দি ছয়ফুট ওখকৈ বনাই দিছিল। সেই সময়ত ককায়েক ৰঘুনাথে লক্ষীমপুৰত গ্ৰামোন্নয়ন বিভাগত চাকৰি কৰিছিল বুলি মেঘনাথে শুনিছিল। এসময়ত বাঁহ-কাঠ-খেৰৰ এচলীয়া হৈ থকা তিনিফুটীয়া চাংঘৰটো ককায়েক ৰঘুনাথে পকী খুঁটা, টিনপাট আৰু তক্তাৰ মজিয়াৰে ছয় ফুট ওখ মজবুত চাংঘৰ বনাই দিয়াত উভটা চামপৰা গাঁওখনৰ ভিতৰত মেঘনাথৰ চাংঘৰটো এক লেখত ল'বলগীয়া চাংঘৰ হৈ পৰিছিল। ককায়েক ৰঘুনাথৰ বদান্যতাৰ কথা কাৰকেশ্বৰৰ বাহিৰে উভটা চামপৰা গাঁৱৰ ৰাইজে একমুখে শলাগিছিল।

বাঁহ, কাঠ, ইকৰা, খেৰ আদিৰে সাধাৰণ মিচিং চাংঘৰ বনালে গাঁৱৰে ৰাইজেই সহায় কৰেহি। কিন্তু পকা খুঁটা, টিনপাত আৰু তক্তাৰ মজিয়া দি ছয় ফুট ওখকৈ বনোৱা মেঘনাথৰ চাংঘৰটো বনাওঁতে ককায়েক ৰঘুনাথে লক্ষীমপুৰ চহৰৰ পৰা কাঠমিস্ত্ৰী, পকা মিস্ত্ৰী পঠাইছিল। ককায়েক ৰঘুনাথে কেতিয়াবা গাঁৱলৈ আহিলে থাকিবলৈ নিজৰ বাবেও এটা ৰুম বনাই লৈছিল। সোৱণশিৰি নৈৰ ফালে মুখ কৰি মথাউৰিৰ পাৰত বনোৱা চাংঘৰটো মিপাক্ মিস্ত্ৰীয়ে আৰম্ভ কৰাৰ আগতে মেঘনাথে মিচিং নিয়মমতে কুম্দাং ৰোগমুক্ত আৰু ভূত-প্ৰেতৰ পৰা মুক্তি পাবৰ বাবে কুম্দাঙৰ বাবে তগিৰ চোৱাইছিল। তাগিৰ্ চোৱাবলৈ একেবাৰে কাংকান চাপৰিৰ প্ৰখ্যাত মিবুক মাতি পঠাইছিল। কুম্দাঙৰ বাবে তাগিৰ চোৱা দিনা কাংকান চাপৰিৰ মিবুৱে সম্ভাব্য কুম্দাঙৰ চাৰি চুকত চাৰিটা সৰু গাঁত খানি হিচাপমতে নভগা চাউল তৰাপাতত টোপোলা বান্ধি গধূলি চাৰিওটা গাঁতত পুতি থৈছিল। চাউলৰ টোপোলা পুতিবৰ সময়ত উপৰি পুৰুষৰ নাম উচ্চাৰণ কৰি মিবুৱে গাইছিল,

'তাঃত য়াঃয় নীলু
গুমৃন্ চঃয়িং আপ্ পৃঙী
চিদী অকম্ কুম্দাচীম্ কাতেইকা'

অৰ্থাৎ হে উপৰিপুৰুষ পিতৃ-মাতৃসকল আৰু ঘৰৰ দেৱতা, এই ভেটিটো ঘৰৰ বাবে উপযুক্ত হয়নে নহয় চাই দিয়া।

পিচদিনা পুৱা বৰ সাৱধানেৰে চাউলৰ টোপোলাকেইটা চাৰিটা গাঁতৰ পৰা খান্দি উলিয়াই মিবুৱে ৰাইজৰ আগত খুলিছিল। মিচিং বিশ্বাসমতে চাউলৰ লগত পোক-পৰুৱা আদি লাগি থাকিলে সেই কুম্দাঙত বা ভেটিত বাস কৰিলে খৰ-খহ হোৱাৰ সম্ভাৱনা বেছি, চাউলকেইটা আঁতৰা-আঁতৰি হৈ থাকিলে সেই ঘৰত বাস কৰা ককাই-ভাইৰ মাজত মনোমালিন্য ঘটিব। যদি চাউল এটাও হেৰায় তেনে কাৰোবাৰ অপমৃত্যু ঘটিব।

মেঘনাথৰ অকুমৰ ভেটিৰ বাবে মংগল চাওঁতে এইবোৰ বিসদৃশ একোৱেই পোৱা নগ'ল। মিচিংসকলে সোমবাৰ, বুধবাৰ আৰু বৃহস্পতিবাৰক ভাল দিন বুলি ভাবে। মংগল চোৱামতে ভেটি ঠিক পোৱাত মিবুৰ পৰামৰ্শ অনুসৰি মাঘ মাহৰ দ্বিতীয়টো বুধবাৰৰ দিনা গাঁৱৰ ৰাইজক মাতি ভেটিত গাঁত খনা, লক্ষীমপুৰৰ পকা মিস্ত্ৰীৰ সহায়ত খুঁটা পোতা আদি কাম মেঘনাথে আৰম্ভ কৰিছিল।

নতুন অকুমৰ বাবে কুম্‌দাঙৰ তাগিৰ গাঁৱৰ বয়োবৃদ্ধৰ যোগেদিও চোৱাব পাৰি। কিন্তু দূৰণিবটীয়া কাংকান চাপৰিৰ প্ৰখ্যাত মিবুক মাতি আনি অকুম কুম্‌দাঙৰ তাগিৰ চোৱাবলগীয়া হৈছিল মেঘনাথৰ নিজৰ মনত সন্তুষ্টিৰ বাবে। কাৰণ সেই পুৰণি ঘৰৰ ভেটিটোত মেঘনাথৰ মাক-বাপেকে ৰঘুনাথ আৰু মেঘনাথৰ ওপৰৰ পাঁচোটা আৰু তলৰ তিনিটা, সৰ্বমুঠ আঠোটা সন্তান মহামাৰীত হেৰুৱাইছিল। মেঘনাথে নিজেই পাঁচোটা সন্তানৰ তিনি নম্বৰ কন্যা সন্তানটো কেঁচুৱা থাকোতে হেৰুৱাইছিল। এনে ঘটনাৰ পুনৰাবৃত্তি ভৱিষ্যতৰ বংশধৰসকলৰ যাতে নহয় তাৰ নিশ্চয়তা আনিবৰ বাবে সুদূৰ কাংকান চাপৰিৰ প্ৰখ্যাত মিবুৰ যোগেদি পকী খুঁটাৰে হ'বলগীয়া নতুন চাংঘৰৰ ভেটিৰ মংগল ভালকৈ চোৱাইছিল।

ককায়েক ৰঘুনাথে লক্ষীমপুৰ চহৰৰ পৰা পঠিওৱা পকা মিস্ত্ৰী আৰু কাঠমিস্ত্ৰীয়ে বনোৱা ছয় ফুট ওখ পকী খুঁটা, টিনপাট আৰু তক্তাৰ মজিয়াৰে বনোৱা চাংঘৰটো সম্পূৰ্ণ হওঁতে এবছৰতকৈও বেছি সময় লৈছিল। নতুন চাংঘৰ বনোৱাৰ উত্তৰ দিশে পাঁচ নলমান আঁতৰত অস্থায়ীকৈ থাকিবৰ বাবে মেঘনাথে সৰুকৈ বাঁহৰ খুঁটাৰ চাংঘৰ এটা কৰি লৈছিল। লক্ষীমপুৰ চহৰৰ পৰা অহা মিস্ত্ৰীৰ বাবেও থকা-খোৱাৰ ব্যৱস্থা কৰি দিছিল। মিস্ত্ৰীকেইজনৰ থকা-মেলা, খোৱা-বোৱাৰ খৰচৰ বাদে মেঘনাথে নতুন চাংঘৰৰ বাবে খৰচ কৰিবলগীয়া নহৈছিল। নতুন চাংঘৰ বনোৱাৰ সম্পূৰ্ণ খৰচ ককায়েক ৰঘুনাথে বহন কৰিছিল।

পকী খুঁটাৰ ছয় ফুট ওখ নতুন চাংঘৰটো সম্পূৰ্ণ হোৱাত মাঘ মাহৰ দ্বিতীয় বুধবাৰটো ভাল দিন বুলি বিবেচনা কৰি মেঘনাথে ঘৰ লোৱা পাতিছিল। উভতা চামপৰা গাঁৱৰ সমূহ ৰাইজৰ উপৰি চুবুৰীয়া মিতিৰ-কুটুমক ঘৰ লোৱা পাতোতে মেঘনাথে মাতিছিল। লক্ষীমপুৰ চহৰত থকা ককায়েক ৰঘুনাথক সোণশিৰি নৈ পাৰ হৈ চাইকেল মাৰি মেঘনাথে নিজেই ঘৰ লোৱা সকামত মাতি আহিছিল। ৰাইজৰ ভোজৰ বাবে দঁতাল গাহৰি দুটা দিয়াৰ দায়িত্ব ককায়েক ৰঘুনাথে লৈছিল আৰু গাঁওখনৰ মানুহখিনিৰ বাবেও চুবুৰীয়া সকলো মিতিৰ-কুটুমক নিমন্ত্ৰণ কৰিবলৈ মেঘনাথক ককায়েকে পৰামৰ্শ দিছিল। অফিচৰ কাম থাকিলে ঘৰ লোৱা সকামৰ দিনা গাঁও গৈ পোৱাত কিছু পলম হ'ব পাৰে বুলি ককায়েকে মেঘনাথক কৈ পঠাইছিল।

নতুন চাংঘৰটো লোৱাৰ দিনাখন পুৱাৰ পৰাই গাঁৱৰ ৰাইজ আৰু চুবুৰীয়া মিতিৰ-কুটুমে পঃৰ আপঙৰ টোপোলা, মাছ, শাক-পাচলি আদি লৈ মেঘনাথৰ ঘৰ ভৰি পৰিছিলহি। ডেকা-গাভৰুজাকে যিয়ে যেনেকৈ পাৰে সহায় কৰাত লাগিছিল। সকলো কামৰ তদাৰক চেঙাৰামে কৰিছিল। মেঘনাথৰ ককায়েক ৰঘুনাথে ৰাইজৰ ভোজৰ বাবে দিম বুলি কোৱা দঁতাল গাহৰি দুটা গাঁৱৰ পৰা যোগাৰ কৰি থোৱা আছিল। ৰঘুনাথে কৈছে যেতিয়া গাহৰিৰ উচিত মূল্য নোপোৱাৰ প্ৰশ্নই নুঠে বুলি বিশ্বাস এটা আছিল বাবে দঁতাল গাহৰিৰ গৰাকীয়ে আগধন নোলোৱাকৈয়ে মেঘনাথক গাহৰি বিক্ৰী কৰিছিল। গাহৰি কটাত সময় লয় বাবে ধলপুৱাতে চেঙাৰামৰ তত্ত্বাৱধানত দঁতাল গাহৰি দুটা মাৰি, মাংস কাটি-মেলি থোৱা হৈছিল।

ককায়েক ৰঘুনাথ লক্ষীমপুৰ চহৰৰ পৰা আহি পোৱাত পলম হ'ব পাৰে বুলি মেঘনাথৰ পৰা গম পোৱাত ৰাইজে ঘৰ লোৱাৰ সকাম আৰম্ভ কৰি দিয়াৰ সিদ্ধান্ত লৈছিল। আগদিনাখনৰ পৰা আহি থকা কাংকান চাপৰিৰ মিবুজনৰ যোগেদি নতুন চাংঘৰৰ জুহালৰ পূব দিশে ৰুঃচিঙত নতুন তক্তাৰে বনোৱা মজিয়াত মিঠাতেলৰ চাকি জ্বলাই খাদ্য-সামগ্ৰী কিছুমান নৈবেদ্য হিচাপে দি উপৰিপুৰুষসকলক সেৱা জনাইছিল। গাঁৱৰ বুঢ়া ভকতসকলৰ সৈতে মিবুৱে আশীৰ্বাদ দিছিল নতুন চাংঘৰত থাকিবলগীয়া মেঘনাথহঁতৰ অপায়-অমংগল নহ'বৰ বাবে। গৃহস্থক আশীৰ্বাদ দি উঠিয়েই মিবুৰ লগত বুঢ়া ভকতসকলে আপং খোৱা আৰম্ভ কৰিছিল। আপং খোৱা আৰম্ভ কৰাৰ লগে লগে কাৰকেশ্বৰ মাত দিছিল,

'ককায়েক ৰঘুৱে মাটিৰ হাকিম হৈ মেঘক বৰ ধুনীয়া ঘৰ বনাই দিলে দেই। পকী খুঁটা, টিনৰ ছাল, তক্তাৰ মজিয়া, তাতে ছফুট ওখ, এনে চাংঘৰ আমাৰ গাঁৱততো এতিয়ালৈকে নায়েই, আমাৰ গোটেই সোৱণশিৰি অঞ্চলতে মোৰ দেখা মনত নপৰে। আজি পঃৰ আপং হ'লেই নচলিব, ৰঘুৱে লক্ষীমপুৰৰ পৰা অনা বিলাতী আপঙো ভালকৈ খাব লাগিব।'

'ৰঘুকায়ে বিলাতী আপং আনিলেহে খাবলৈ পোৱা যাব। ইমান দূৰৰ পৰা আহিব যেতিয়া লগত আনিব জানো?

চেঙাৰামৰ কথা শুনি আপং বাটিত এঢোক মাৰি কাৰকেশ্বৰে ক'লে, 'আনিব আনিব। আজিকালি বিলাতী আপং নহ'লে ৰঘুৱে চলিবই নোৱাৰে বুলি শুনিছো। আজি ঘৰ লোৱা সকামৰ দিনা দুবটলমান নানিবনে আৰু। ৰাইজৰ বাবে নহ'লেও নিজৰ বাবে হ'লেও আনিব লাগিব। বিলাতী আপং খোৱা মানুহে আমাৰ এই পঃৰ আপং দুবাটি মান খালেই আমনি পাব। নিজৰতো অলপ ধৰিবই লাগিব। তেতিয়া ৰঘুৰ লগত আমি অলপ ভাগ পালেই হ'ল আৰু।'

'আনিলেতো ভালেই। ৰাইজৰ লগত বিলাতী আপং এঢোক খাবলৈ পালে বেয়া নালাগিব। পিচে ইমান দূৰৰ পৰা আনোতে ৰাস্তাত বটল নাভাগিবনে বাৰু?

আমাৰ ইয়ালৈ অহা ৰাস্তাৰ অৱস্থা যিহে বেয়া, মোৰ হ'লে বটল ভাগিব যেন সন্দেহ হয়।'

'তয়ো যে কথাবোৰ ক'ব আৰু।' চেঙাৰামৰ কথা শুনি আপং বাটি হাতত লৈ কাৰকেশ্বৰে ক'লে, 'বিলাতী আপং খোৱা মানুহে বেয়া ৰাস্তাত আপঙৰ বটল কেনেকৈ আনিব লাগে জানে অ'ই। মই নগা পাহাৰৰ জংঘলত হাতীৰ লগত থাকোতে দেখিছো নহয়। তাত জংঘললৈ যোৱা ৰাস্তা ইয়াতকৈয়ো বেয়া, কিন্তু কাঠৰ মহলৰ মালিকে আমাৰ কেম্পলৈ আহিলে জীপ গাড়ীত এটাও বটল নভগাকৈ আমাৰ কেম্প আহি ওলায়হি। উহ্, সেইবোৰ যে দিন আছিল আৰু। আজিকালি গাঁৱত থাকি বহুদিন বিলাতী আপং খাবলৈ নোপোৱা হ'লো। আজি ৰঘুৱে অনা বিলাতী আপং ভালকৈ খাই ল'ব লাগিব।'

'গাঁৱৰ ভিতৰত এইখনেই পকী খুঁটা, টিনপাটৰ চালি আৰু তক্তাৰ মজিয়াৰে বনোৱা ছফুট ওখ, আটাইতকৈ ডাঙৰ চাংঘৰ যেতিয়া আজি ভালকৈয়ে খাব লাগিব দে। ৰঘুকায়ে অনা বিলাতী আপং খাবিয়ে যেতিয়া ঘৰুৱাটো লাহে-ধীৰে খা। পুৱাৰ পৰা ঘৰুৱাটোকে বৰকৈ ধৰি থাকিলে ৰঘুকাই আহি পোৱালৈ নিচাই ধৰিবগৈ। তেতিয়া আৰু বিলাতী আপং খোৱাটো নহ'ব আৰু।' কথাখিনি কৈ আপং বাটিত শেষ শোহা মাৰি বাওঁহাতেৰে মুখখন মচি লৈ সোঁহাতেৰে চেঙাৰামে আপং বাটিটো তক্তাৰ মজিযাত থ'লে।

নিজৰ আপং বাটিও নতুন তক্তাৰ মজিয়াত থৈ চক্‌ভাললৈ চাই কাৰকেশ্বৰে ক'লে, 'আজিকালি ৰঘুৱে বোলে মাটিৰ হাকিম নহয়, কিবা গাঁৱৰ উন্নতি কৰা বিভাগতহে চাকৰি কৰে হেনো। চক্‌ভালেহে জানিব এইবোৰ কথা। অ'ই চক্‌ভাল, ক'চোন ক', ৰঘুৱে আজিকালি ক'ত চাকৰি কৰে অ'ই?'

লক্ষীমপুৰ চহৰৰ পৰা আগদিনাই গাঁৱলৈ আহি থকা চক্‌ভাল ভকতৰ লগতে আপং এবাটি পোৱাৰ আশাত বহি আছিল। কাৰকেশ্বৰে তাক ৰঘুনাথৰ কথা সোধাত তাৰ আপং বাটি খৰধৰকৈ মজিয়াত থৈ দুহাতেৰে মুখখন মচি লৈ ক'লে, 'ৰঘুকাই এতিয়াও মাটিৰ হাকিমেই হৈ আছে। মাত্ৰ আজি কালি চাকৰি কৰি থকা বিভাগটোক গ্ৰামোন্নয়ন বিভাগ বুলি কয়।'

'সেইটো আকৌ কি বিভাগনো? মাটিৰ হাকিমে অন্য বিভাগতো চাকৰি কৰে নেকি।'

'গ্ৰামোন্নয়ন বিভাগে মানে গাঁৱৰ ৰাইজৰ উন্নতিৰ বাবে কাম কৰা বিভাগ। মাটিৰ হাকিমসকলেই এই বিভাগৰ মুৰব্বী হয়। আজিকালি ৰঘুবাবুই এইটো অফিচৰ আটাইতকৈ ডাঙৰ অফিচাৰতো। গাঁৱৰ ৰাস্তা-পদুলি, স্কুলঘৰ, দুখীয়া মানুহৰ ঘৰ আদি পকাৰে বনাই দিয়ে এই বিভাগে। ইংৰাজীত এই বিভাগটোক ডি আৰ ডি এ বুলি কয়।'

'অ' এতিয়াহে ভালকৈ বুজিলো। মানে গাঁৱৰ দুখীয়া মানুহৰ পকী ঘৰ বনাই দিয়াৰ নামত ৰঘুৱে ঠিকেই নিজৰ ভায়েকৰ ঘৰ-বাৰী বনাই দিছে। 'আপং বাটি হাতত লৈ কাৰকেশ্বৰে পুনৰ ক'লে, 'চক্‌ভালে কোৱা ইংৰাজীত ডি আৰ ডি এৰ অসমীয়া ভাঙনি এটা আজি কেইদিনমানৰ আগতে আমাৰ সৌ স্কুল তিনিআলিত মাষ্টৰ কনক বণিয়াই কৈছিল। মাষ্টৰে হেনো বাতৰি কাগজত পঢ়ি পোৱা। অসমীয়া ভাঙনিটো কি আছিল অ' চক্‌ভাল তই জান নেকি?'

'ময়ো লক্ষীমপুৰত বাতৰি কাগজত পঢ়ি ডি আৰ ডি এৰ অসমীয়া ভাঙনি এটা পাইছো। আমাৰ লগৰ ল'ৰায়ো কথাটো আলোচনা কৰিছিল। এইবোৰ ৰাজনীতি কৰা মানুহে কোৱা কথা। এতিয়া এনেবোৰ কথা নাপাতো দে।'

'তেনেবোৰ কথা ইয়াত পাতিলে কোনো শুনোতা নাই দে। তাতে আমি মিচিং ভাষাতহে কথা পাতি আছো। মাষ্টৰ বণিয়াই কথাটো বৰ ৰহণ লগাই কোৱা মোৰ এতিয়াও মনত আছে। কিন্তু মাষ্টৰৰ অসমীয়াত কোৱা কথাবোৰহে মনত ৰাখিব নোৱাৰিলো।' ক'চোন ক', ডি আৰ ডি এৰ অৰ্থ বাতৰি কাগজত কি বুলি পাইছিলি।'

কাৰকেশ্বৰে জোৰ দি ধৰাত চেঙাৰামলৈ এবাৰ চাই লাজকুৰীয়া ভাবত চক্‌ভালে ক'লে, 'বাতৰি কাগজত পঢ়িবলৈ পোৱামতে ডি আৰ ডিএ মানে দিনে-ৰাতিয়ে ডকাইতৰ আড্ডা। কথাটো কিমান সঁচা মই নাজানো।'

'একেবাৰে সঁচা কথা অ' চক্‌ভাল। এই কথাটোকে মাষ্টৰ কনক বণিয়াই সিদিনা ভালকৈ অসমীয়াত বুজাই দিছিল। অসমীয়াত কোৱা বাবে মই কথাবোৰ পাহৰিয়েই গৈছিলো। কেইবামাহো দৰমহা নোপোৱা মাষ্টৰ বণিয়াই বাতৰি কাগজখন হাতত লৈ কৈছিল বোলে সেই ডকাইতজাকৰ বাবেই আমাৰ ৰাস্তা-পদূলি, স্কুলখন আদিৰ একো উন্নতি নহ'ল।' আপং বাটিত এঢোক মাৰি কাৰকেশ্বৰে পুনৰ ক'লে, 'বাতৰি কাগজখন হাতত লৈ বণিয়া মাষ্টৰে কোৱা কথাবোৰ মিছা নহয় যেন লাগিছিল। মই ডেকা কালত আমাৰ ইয়াৰ কথা বাদ দিও চকুৱাখনা ধেমাজি, লক্ষীমপুৰ, যোৰহাট, শিৱসাগৰৰ বহুত গাঁৱত হাতীৰ লগত কাম কৰোতে ঘূৰিছো। আমাৰ ইয়াৰ দৰেই ক'তো গাঁৱৰ উন্নতি হোৱা দেখা নাই। মাষ্টৰ কণক বণিয়াই কোৱাৰ দৰে সেই ডকাইতবোৰৰ বাবেই গাঁওবোৰ আজিলৈকে উন্নতি নহ'ল আৰু।'

'এইবোৰ কথা কিমান সঁচা মই নাজানো কাকী।'

'কিমান সঁচা মানে? মিছা কেনেকৈ হ'বহে চক্‌ভাল? মিছা হোৱা হ'লে তোৰ ৰঘু বাবীয়ে জোনাই, চিলাপথাৰ, ধেমাজি, লক্ষীমপুৰ, গুৱাহাটী আদি চহৰত ইমানবোৰ আমং-মুৰ্কং কৰিব পাৰিলেহেঁতেননে? হেজাৰজনৰ মাজত তোৰ ৰঘু বাবুই এজনহে। হেজাৰজনেই তোৰ ৰঘু বাবীৰ নিচিনা আমং-মুৰ্কং কৰিলে গাঁৱৰ

অৱস্থা ক'ত উন্নতি হ'ব? মই হ'লে চব হাকিমে দিনে-ৰাতিয়ে ডকাইত কৰি থকা বুলিয়েই ভাবো। জংঘলত কাঠৰ কুণ্ডাৰ কাম কৰা এই কাৰকেশ্বৰে মানুহক চিনি পাবলৈ বাকী ৰখা নাই আৰু দে।'

পুৱাই খালী পেটত কেইবাটিও পকা পঃৰ আপং খোৱা বাবে ইতিমধ্যে কাৰকেশ্বৰক আপঙৰ নিচাই পাইছিল। কাৰকেশ্বৰে কোৱা কথা শুনি ঢকুৱাখনাৰ কমিউনিষ্ট নেতা বাণেশ্বৰ গগৈয়ে উভটা চামপৰা গাঁৱলৈ আহিলে আপঙৰ নিচাত কোৱা কথাৰ দৰে লাগিল চেঙাৰামৰ। কাৰকেশ্বৰে কোৱা কথাবোৰ একেবাৰে মিছা নহয় যেন লাগিলেও আনৰ কথা সকামৰ দিনা ক'ব নাপায় বুলি ভাবি হাতৰ আপং বাটি নতুন তক্তাৰ মজিয়াত থৈ চেঙাৰামে ক'লে, 'আজিৰ দিনত, মানে নতুন ঘৰ লোৱা সকামৰ সময়ত এইবোৰ কথা ক'ব নাপায় অ'ই কাৰকে কাকী। ৰঘুকায়ে এইবোৰ কথা শুনিব লাগিলে বৰ বেয়া কথা হ'ব। অন্য কথাকে পাতো দে।'

'তোৰ ৰঘুকায়ে শুনাকৈ এইবোৰ কথা  নকওঁদে। পিচে মই কোৱা কথাবোৰ মিছা জানো?। আৰু তোৰ ৰঘুকায়ে খাই খাই যিহে পেটুলা হৈছে। ৰাইজৰ বাবে কৰিলগীয়া কাম নকৰি ইমানসোপা আমং-মুৰ্কং কৰি এনেকৈ পেটুলা হৈ গৈ থাকিলে আমং-মুৰ্কং খাই যাবলৈ নাপায় দেই। তহঁতি চাই থাকিবি।'

স্কুল-কলেজত পঢ়া দিনত টকা-পইচা দি সহায় কৰা সত্বেও ৰঘুনাথে কাৰকেশ্বৰৰ সৰু ভনীয়েকক বিয়া নকৰোৱাৰ দুখ, খং-অভিমান বুঢ়া বয়সলৈকে কাৰকেশ্বৰৰ থাকি গ'ল বুলি গাঁৱৰ প্ৰায় সকলো বুঢ়া-মেথাই জানিছিল। কাৰকেশ্বৰৰ কথাবোৰ শুনি সকাম আৰম্ভ হোৱাৰে একেবাৰে এষাৰো মাত নমতা নাবদং বুঢ়াই আপং বাটি হাতত লৈ ক'লে, 'তোৰ সৰু ভনীক ৰঘুনাথে বিয়া নকৰালে বুলিয়েই এই বুঢ়া বয়সলৈ তই ৰঘুনাথক শত্ৰু জ্ঞান কৰি আছনে কাৰকে। ইমান পুৰণি কথাবোৰত এতিয়া আৰু লাগি থাকি লাভ নাই। ৰঘুৰ কথা ইমান বেয়াকৈ ক'লে আমাৰে বেয়া লাগে দেচোন। হেজাৰ হ'লেও সিয়ে আমাৰ গাঁৱৰ পৰা ওলোৱা প্ৰথম ডাঙৰ হাকিম। তাৰ কথা তেনেকৈ নক'বি। তোৰ নিচা হ'বই পায়। ৰঘুৱে আনিলে বিলাতী আপং খাম বুলিছিলি, এতিয়াই ঘৰুৱা আপং খায়েই নিচাই পালে বিলাতী আপং খাব পাৰিবিগৈ জানো।'

'মই একো বেয়া কথা কোৱা নাই। আপঙৰ নিচাও ধৰা নাই আৰু মিছা কথাও কোৱা নাই। আৰু মোৰ সৰু ভনীজনীক তালৈ বিয়া দিব নোৱাৰাৰ দুখত মই এইবোৰ কথা কোৱা নাই, তহঁতি কেলেই দেখা নাছিলি আমাৰ ইয়াৰ মথাউৰি চোৱা-চিতা কৰা দক্ষিণপৰীয়া ডেকা অভাৰচিয়াৰটো বিলাতী আপং খাই খাই পেটুলা হৈ পেট ফুটি ডেকা বয়সতে মৰি থাকিল। ৰঘুৰ দেহৰ অৱস্থাও বিলাতী আপং খাই সেই ডেকা অভাৰচিয়াৰটোৰ দৰে হ'বলৈ আৰম্ভ কৰিছে যেন মোৰ

ধাৰণা হৈছে বুলিহে ৰঘুৰ কথা এনেকৈ কৈছো। মোৰ আপঙৰ নিচা হোৱা নাই দে। বিলাতী আপঙৰ কথা ওলোৱাত এতিয়াই এঢোক মাৰিবৰ মন গৈছে অ'। পঃৰ আপঙৰ লগত বিলাতী আপং মিলাই খাবলৈ উহ্ কি মজা। তেনেকৈ বিলাতী আৰু পঃৰ আপং মিহলোৱা দুবাটি আপং খালেই হৈ যায় আৰু। ৰঘুৰে কেতিয়াকেনো আহি পাব জানো।'

ৰঘুনাথৰ স্বাস্থ্যৰ বিষয়ে কাৰকেশ্বৰে কোৱা কথা শুনি চক্ভালে ক'লে, 'ৰঘু বাবাঁইৰ স্বাস্থ্য বেয়া হোৱা কথাটো অৱশ্যে লক্ষীমপুৰৰ আমাৰ মেদক ডাক্তৰেই কৈছে। ৰঘু বাবাঁইৰ ডায়বেটিছৰ লগতে লিভাৰো বেয়া হৈছে হেনো। এনেকৈ খাই থাকিলে চকু, হাৰ্ট, কিড্নী আদিও অতি কম দিনত বেয়া হ'ব বুলি মেদক ডাক্তৰে ৰঘু বাবাঁক নিজেই কোৱা মই লক্ষীমপুৰত শুনিছো। তথাপি ৰঘুবাবাঁয়ে বিলাতী আপং খোৱাটো এৰিব পৰা নাই।'

'এইবোৰ কথা এতিয়া আৰু এৰ, তহঁতৰ মুখত ককায়েকৰ বদনাম শুনি মেঘনাথ বহাৰ পৰা উঠি গ'ল দেখা নাই নেকি? আজি ৰঘুকাইৰ লগত বৌ আহিবনে নাই তই জান নেকি চক্ভাল?'

'আজিকালি ৰঘুবাবাঁয়ে নানীহঁতক গুৱাহাটীতহে ৰাখিছে। ৰঘু বাবাঁই অফিচৰ পৰা বাহিৰে বাহিৰে আহিম বুলি কৈ পঠাইছিল। লগত মিপাক্ বন্ধু দুজনমানো অহা কথা। লক্ষীমপুৰৰ পৰা ঢকুৱাখনা হৈ অহা কথা। আহি পাওঁতে অলপ পলম হ'ব চাগে'।'

আপং আৰু নাখাওঁ বুলি আপঙৰ বাটিত পানী ঢালি হাত দুখন ধুই লৈ মুখখন মচি চক্ভালে চেঙাৰামৰ প্ৰশ্নৰ উত্তৰ দিলে। চক্ভালে কথা কোৱা শেষ কৰাৰ লগে লগে কাৰকেশ্বৰে আপং এঢোক খাই হাত দুখনেৰে বাটিটো ধৰি থাকি ক'লে,

'তেতিয়া হ'লে মই কোৱা কথাবোৰ মিছা নেকি চেঙাৰাম? মিপাক্ মানুহে আমাক ঠগিছে বুলি আমি এনেই বদনাম দি থাকো। আমাৰ নিজৰ মানুহেও আমাক কম ঠগা নাই দেই। স্থান-কাল-পাত্ৰভেদে সকলো মানুহৰ চৰিত্ৰ একেই বুলি মই ডেকাকালত নগা পাহাৰত হাতীৰে কাঠৰ কুণ্ডা টনা কামত লাগি থাকোতেই গম পাইছিলো দে।'

মেঘনাথৰ ককায়েক ৰঘুনাথৰ বিৰুদ্ধে আৰু বহু কথাই কৈছিল কাৰকেশ্বৰে। ডেকা কালত অসমৰ বহু ঠাইত ঘূৰি-ফুৰি কাঠৰ কাৰবাৰ কৰা অভিজ্ঞ কাৰকেশ্বৰৰ কথাবোৰ একেবাৰে মিছা বুলিও উৰাই দিব নোৱাৰিলে মেঘনাথে এসময়ত অসমৰ ৰাজধানী শ্বিলঙলৈও গৈ থাকি অহা কাৰকেশ্বৰে মেঘনাথৰ ককায়েক ৰঘুনাথৰ আমং-মুৰ্কং কৰা কথাটোতো মিছা বুলি মেঘনাথে কোনোৰকমেই প্ৰতিবাদ কৰিব নোৱাৰে। মাটিৰ হাকিম হৈ ইমানবোৰ আমং-মুৰ্কং নিজৰ বা সন্তানৰ নামত কৰিব

নোৱাৰে বাবে জোনাই; চিলাপথাৰৰ সম্পত্তি মেঘনাথৰ নামত কাগজে-পত্ৰই কৰি থোৱা কথা ককায়েক ৰঘুনাথে মেঘনাথক কোৱা আছিল। এনেবোৰ কথাত মেঘনাথৰ ক'বলৈ বিশেষ একো নাছিল। মাজে-সময়ে ককায়েক ৰঘুনাথে তাক টকা-পইচা দি সহায় কৰি থাকে বাবে ককায়েকলৈ সি কৃতজ্ঞ হৈ ৰৈছিল। সকলো মানুহৰ মুখত ককায়েক ৰঘুনাথে বেছিকৈ মদ, মাংস খোৱা বুলি শুনিহে মেঘনাথৰ বেয়া লাগিছিল। বহুমূত্ৰ ৰোগ থকা ককায়েকৰ স্বাস্থ্য আৰু বেছি বেয়া হোৱাৰ কাৰণ খোৱা-বোৱাৰ প্ৰতি বিচাৰ নৰখাটো বুলি মেঘনাথে উপলব্ধি কৰিব পাৰিছিল। কিন্তু সি ককায়েক ৰঘুনাথক বুজাই কোৱাৰ সাহস কৰিব পৰা নাছিল। এই দিশত ককায়েকৰ বিপক্ষে কৈ থকা কাৰকেশ্বৰে মদৰ নিচাত টান কথা শুনালেও শুনাওক বুলি ভাবি মেঘনাথে মিবু আৰু ভকতসকলে আপং খাই থকা স্থানৰ পৰা উঠি গৈ গাহৰি মাংস ৰান্ধি থকা স্থানলৈ তদাৰক কৰাৰ ইচ্ছাৰে গুচি গৈছিল।

দুপৰ বেলা লক্ষীমপুৰৰ পৰা ঢকুৱাখনা হৈ এজন মিপাক্ বন্ধুৰে সৈতে জীপ গাড়ীত আহি মেঘনাথৰ ককায়েক ৰঘুনাথে নতুন চাংঘৰ লোৱা সকামত আহি পাইছিলহি। জীপৰ পৰা নামি বিয়াগোম পেটটো কোনোৰকমে টানি অনাৰ দৰে কৰি গলগলীয়া মাতেৰে ছয়ফুট ওখ নতুন চাংঘৰৰ কঃবাঙত উঠোতেই মেঘনাথে ধৰিব পাৰিছিল যে ককায়েকে ইতিমধ্যে ৰাস্তাতে আপং খাই আহিছে। ককায়েকৰ অৱস্থা দেখি তুংগীঙলৈ ওলাই অহা মেঘনাথে একো নামাতি তলমূৰকৈ ঘৰৰ ভিতৰলৈ যোৱাৰ ইংগিত হাতেৰে দিলে। বিয়াগোম পেটৰ বাবে কোনোৰকম হাউলী তুংগীঙত জোতা খুলি কাঠৰ তুঃপক্ য়াব্‌গ ঠেলি ককায়েক ৰঘুনাথে চাংঘৰৰ ভিতৰলৈ সোমাইছিল। চেঙাৰামৰ কাষত চক্‌ভালে আগবঢ়াই দিয়া পীৰাত বিয়াগোম দেহাটোৰ কষ্টত বহাৰ দৰে বহি লৈ সহজ হোৱাৰ লগে লগে কাৰকেশ্বৰহঁতৰ লগত গলগলীয়া মাতেৰে ডাঙৰকৈ হাঁহি কথা পাতি মেঘনাথৰ ককায়েক ৰঘুনাথে আপং খোৱা আৰম্ভ কৰি দিছিল। পঃৰ আপঙৰ লগত দুই কেজিমান গাহৰিমাংশ ৰঘুনাথে অকলেই খাইছিল। পঃৰ আপং খাই ভাল লগা নাই বুলি কৈ লগত লৈ অনা বিলাতী আপং জীপ গাড়ীৰ পৰা অনোৱাই লৈ খাইছিল। কাৰকেশ্বৰহঁতকো কেইবাবটলো বিলাতী আপং খুৱাইছিল। অলপ আগতে ৰঘুনাথৰ বদনাম গাই থকা কাৰকেশ্বৰে বিলাতী আপং খাবলৈ পাই ৰঘুনাথক তোষামোদ কৰাত লাগিছিল। গাহৰি মাংসৰ আঞ্জা সকলোকে বিলাই বিলাতী আপঙৰ বাবে খোৱাপানী যোগাৰ কৰি দি থাকোতে কাৰকেশ্বৰৰ মুখে মেঘনাথে ককায়েক ৰঘুনাথৰ স্বাস্থ্যৰ কথা ওলাব বুলি আশা কৰিছিল। বিলাতী আপঙৰ নিচাত ককায়েক ৰঘুনাথক খোৱা-বোৱাত সাৱধান হ'বলৈ কাৰকেশ্বৰে ক'ব বুলি মেঘনাথে আশা কৰিছিল। তেনেধৰণৰ কোনো কথাই কাৰকেশ্বৰে

নক'লে। বৰঞ্চ তোমালোকৰ সুৰত মিপাক হাকিমবোৰে আমং-মুৰ্কং কৰে যেতিয়া আমাৰ হাকিমেও যিমান পাৰে সিমান আমং-মুৰ্কং কৰিব লাগে বুলি কাৰকেশ্বৰে কোৱা মেঘনাথে শুনিছিল। স্থান-কাল-পাত্ৰভেদে সকলো মানুহৰ চৰিত্ৰ একেই বুলি অলপ আগতে কাৰকেশ্বৰে কোৱা কথাবাৰ তাৰ নিজৰ গাতেই ধুনীয়াকৈ খাপ খালে যেন লাগিছিল মেঘনাথৰ। ককায়েক ৰঘুনাথে যাবৰ সময়ত মেঘনাথক সকামৰ বাবে মৰা দুটা দঁতাল্ গাহৰিৰ দাম দি গৈছিল। ওপৰঞ্চি টকা অলপো দি গৈছিল। বিয়াগোম দেহাটো লৈ আপঙৰ নিচাত ছয় ফুট এখন চাংঘৰৰ কঃবাঙেদি মাটিলৈ নামি আহোতে ককায়েক ৰঘুনাথক বহু কষ্ট পোৱা যেন লাগিছিল মেঘনাথৰ। কঃবাঙেদি নামোতে চক্ভালে ৰঘুনাথক ধৰি সহায় কৰিবলগাত পৰিছিল। আপঙৰ নিচাত বিয়াগোম দেহাটো লৈ ঢলং-পলংকৈ খোজ কাঢ়ি গৈ জীপত উঠি লক্ষীমপুৰলৈ বুলি ককায়েক ৰঘুনাথ গুচি গৈছিল। ককায়েক ৰঘুনাথৰ দেহাৰ অৱস্থা দেখি বৰকৈ দুখ লাগিছিল মেঘনাথৰ। লত্তাৰ ধূলি উৰুৱাই লক্ষীমপুৰলৈ বুলি গুচি যোৱা জীপ গাড়ীখন চকুৰে নমনা হোৱালৈ লত্তাতে থিয় হৈ থাকি জীপ গাড়ীখনলৈ মেঘনাথে চাই আছিল। ককায়েক ৰঘুনাথৰ স্বাস্থ্যৰ কথা ভাবি মেঘনাথৰ দুচকুৰে চকুপানী ওলাওঁ ওলাওঁ হৈছিল।

'মেঘ বাবাঁই তুংগীঙতে টোপনিয়াই বহি আছচোন? খোৱা-বোৱা কৰা হ'লনে নাই?'

তুংগীঙৰ কাষত থিয় হৈ চক্ভালে সোধা কথাত থত্মত খোৱাৰ দৰে চকু মেলি ৰঘুনাথে ক'লে, 'আজিনো আৰু কি খাবি! মনটো ভাল লগা নাই বাবে তুংগীঙতে বহি থাকোতে টোপনিয়েই ধৰিছিল। তোৰ ভাত খোৱা হ'লতো?'

'এই কাৰকে কাকীৰ ঘৰতে যি পালো খালো আৰু। অলপ পিছতে কাকী ইয়ালৈ অহাৰ কথা। বাবীয়ে অথনিৰে পৰা তুংগীঙতে বহি আছে নেকি আকৌ? নানীইহঁতে ভাত খালেনে নাই?'

'ইয়াতে বহি থকা নিচিনাই। একো কৰিবৰ মন নাই বাবে পুৰণি কথবোৰকে সুঁৱৰি আছলো। তোৰ নানীই ঘৰৰ ভিতৰতে আছে। ভাত খালেনে নাই নাজানো।'

'গুৱাহাটীৰ পৰা আহিবলগীয়া মানুহৰ কিবা খবৰ পাইছ নেকি?'

'গোটেই দুপৰীয়াখন এই তুংগীঙতে বহি টোপনিয়াই থকা মইনো তাহাঁতৰ খবৰ ক'ত পাম? পালে তহঁতিহে পাব লাগে। এতিয়ামানে বাটত আঁহি আছে চাগে'।'

'গধূলিৰ আগতে আহি নাপাব যেন পাইছো। আমি অলপ পিচতে বাঁহ আদি যোগাৰ কৰাত লাগি যাম। বাবীয়ে কিবা এটা খাই লোৱা ভাল আছিল।'

চক্ভালৰ কথা শুনি অন্যমনস্কভাবে মেঘনাথে ক'লে, 'দুপৰবেলা কেতিয়াবাই পাৰ হ'ল। এতিয়া আৰু ভাত নাখাওঁ দে। তহঁতি ডেকা ল'ৰাবোৰে বাঁহ আদি

গধূলি হোৱাৰ আগতে যোগাৰ কৰিবি। তই ঘৰৰ ভিতৰলৈকে যা। তোৰ নানাইৰ লগত গাঁৱৰ মানুহ বহি আছে। তাঁহাতৰ লগতে কথা পাতগৈ। মই এনেকৈ বহিয়েই তুংগাঁওতে অলপ জিৰণি লৈ থাকো।'

ককায়েকৰ মৃত্যুৰ খবৰে মনত বৰকৈয়ে আঘাত দিছে বুলি ভাবি মেঘনাথৰ লগত বৰকৈ কথা পাতি আমনি দিবৰ মন নগ'ল চক্‌ভালৰ। মেঘনাথৰ কথামতে চক্‌ভালে ছয় ফুটীয়া চাংঘৰটো পাঁচ ফুটলৈকে বালিয়ে পুতি এফুটীয়া কৰি থোৱা বাবে বালি দমৰ পৰাই ঘপহকৈ চাঙলৈ উঠি ঘৰৰ ভিতৰলৈ গ'ল। চক্‌ভাল ঘৰৰ ভিতৰলৈ যোৱাত চকু দুটা মুদি মেঘনাথে পুনৰ তাৰ ককায়েক ৰঘুনাথৰ কথাকে ভবাত লাগিল।

মাটিৰ হাকিমৰ চাকৰি কৰি থকা দিনত কেইবাবাৰো সমস্যাত পৰা তাৰ ককায়েক ৰঘুনাথে লক্ষীমপুৰত গাঁও উন্নতি কৰা বিভাগত চাকৰি কৰি থাকোতেও সমস্যাৰ সন্মুখীন হৈছিল বুলি মেঘনাথে গম পাইছিল। এবাৰ ককায়েক ৰঘুনাথ চাকৰিৰ পৰা নিলম্বিতও হৈছিল বুলি মেঘনাথে শুনিছিল। চৰকাৰে নিলম্বিতকৰণ প্ৰত্যাহাৰ কৰাৰ পিচত কোনোবা উগ্ৰপন্থী দলে ধন দাবী কৰি ককায়েক ৰঘুনাথলৈ চিঠি দিছিল বুলিও মেঘনাথে গম পাইছিল। কেনেকৈ কিদৰে ককায়েক সমস্যাবোৰৰ জোৰা মাৰিছিল মেঘনাথে নাজানিছিল। কিন্তু এবাৰ ককায়েক ৰঘুনাথ গাঁৱলৈ আহি মেঘনাথৰ হাতত এটা ব্ৰীফকেছ দি গৈছিল আৰু আনে গম নোপোৱাকৈ সাৱধানে ৰাখিবলৈ কৈ গৈছিল। পুতেক-জীয়েককেইটাৰ বিয়াৰ বাবে গোটোৱা মিচিং মেখেলা-চাদৰ আদি ব্ৰীফকেছটোত আছে বুলি ককায়েক ৰঘুনাথে মেঘনাথক কৈ গৈছিল। বিয়াৰ বাবে গোটোৱা কাপোৰ-কানিৰ বাদেও দৰকাৰী কিছুমান কাগজ-পত্ৰও আছে বুলি কৈ ব্ৰীফকেছটো আনৰ চকুত নপৰাকৈ ৰাখিবলৈ ককায়েকে মেঘনাথক কৈ গৈছিল।

ককায়েক ৰঘুনাথৰ কথামতে মেঘনাথে নিজৰ ঘৈণীয়েকেও গম নোপোৱাকৈ ব্ৰীফকেছটো বাপেকৰ দিনৰ কাঠৰ পেৰাত ভৰাই থৈছিল। কেইবামাহৰো পিচত গুৱাহাটীলৈ লৈ যাওঁ বুলি ব্ৰীফকেছটো আনিবলৈ ককায়েক ৰঘুনাথ মেঘনাথৰ ঘৰলৈ আহিছিল। মেঘনাথে কাঠৰ পেৰাটো খুলি খুব সাৱধানে উলিয়াই ব্ৰীফকেছটো ককায়েকৰ হাতত চমজাই দিছিল। তাৰ সন্মুখতে ব্ৰীফকেছটো খুলি দহ হেজাৰ টকাৰ বাণ্ডিল এটা তাক ককায়েক ৰঘুনাথে দিছিল। তেতিয়াহে মেঘনাথে লক্ষ্য কৰিছিল যে তাৰ লগত কেইবামাহো থোৱা গধুৰ ব্ৰীফকেছটোত বিয়াৰ বাবে গোটোৱা মিচিং মেখেলা-চাদৰৰ পৰিৱৰ্তে টকাৰ বাণ্ডিলহে ঠাহ খাই আছে। এই কথা সি অৱশ্যে গধুৰ ব্ৰীফকেছটো দাঙি বাপেকৰ দিনৰ পেৰাত ভৰাওঁতেই অলপ সন্দেহ কৰিছিল। কাৰণ কাপোৰ-কানি ভৰোৱা ব্ৰীফকেছ ইমান গধুৰ হ'ব নোৱাৰে বুলি মেঘনাথ নিশ্চিত আছিল। ব্ৰীফকেছটো খোলাত

ইমানে সোপা টকা হঠাৎ দেখি মেঘনাথৰ মন এক অজান আশংকাত কঁপি উঠিছিল। ঢকুৱাখনা বা লক্ষীমপুৰৰ ফালৰ টকা দাবী কৰি ফুৰা মিপাক্ ল'ৰাবোৰে গম পোৱা হ'লে তাৰ কি অৱস্থা হ'লহেঁতেন বুলি ভাবি মেঘনাথৰ মন কঁপি উঠিছিল। দহ হেজাৰ টকাৰ বাণ্ডিল এটা তাৰ হাতত দি খৰখেদাকৈ ব্ৰীফকেছটো বন্ধ কৰি ককায়েক ৰঘুনাথে নিৰুদ্বেগ ভাবত তাক কৈছিল,

'এইবোৰ ঘৰুৱা কথা, যি দেখিলি কাকো নক'বি। মই গুৱাহাটীত ঘৰ বনাই আছো, সম্পূৰ্ণ হ'বৰ হ'ল। আৰু অলপমানহে কাম বাকী আছে। আজি ৰাতিয়েই ইয়াৰ পৰা বাহিৰে বাহিৰে মই গুৱাহাটীলৈ যাম। দুদিনমানৰ ছুটী লৈছো। গুৱাহাটীৰ ঘৰ লোৱা পাতিলে তই যাবি।'

'হ'ব।' ব্ৰীফকেছটোৰ কথা ভাবি থাকি ভয় ভাবত মেঘনাথে তলমূৰকৈ সন্মতি জনালে।

হঠাৎ কিবা এটা মনত পৰাৰ দৰে কৰি ব্ৰীফকেছটো ভালকৈ বন্ধ হৈছেনে নাই চাই লৈ ককায়েক ৰঘুনাথে মেঘনাথলৈ চাই ক'লে, 'অ' কথা এটা পাহৰি আছিলো। মাজনীয়ে মাটি এডোখৰ তাইৰ নামত বিচাৰি মাকক বৰ দিগদাৰ দি আছে। গুৱাহাটীত তোৰ নামত থকা মাটিডোখৰকে দি দিম বুলি ভাবিছো আৰু। মই মাটিৰ কাগজ-পত্ৰবোৰ ঠিক কৰি ৰাখিম। ঘৰ লোৱাত তই আহিলে চহী কৰিব লাগিব। মই আৰু ইয়াত বেছি দেৰি নকৰো, যাওঁ।'

ককায়েক ৰঘুনাথৰ কথাত একো নামাতিলে মেঘনাথে। এবাটি পঃৰ আপং খায়েই ঘপহকৈ উঠি ককায়েক ৰঘুনাথ গুচি গৈছিল। যাওঁ বুলি ককায়েকে থিয় হোৱাত সিও থিয় হৈ হাতত থকা দহ হেজাৰটকীয়া বাণ্ডিলটো খুলি থোৱা পেৰাত দলিয়াই দি পেৰাটো জপাই দিছিল মেঘনাথে। যোৱাৰ আগতে এইবোৰ কথা অৰ্থাৎ ব্ৰীফকেছটোৰ কথা কাৰো আগত নক'বৰ বাবে ককায়েক ৰঘুনাথে মেঘনাথক দঢ়াই দঢ়াই কৈ গৈছিল।

ককায়েক ৰঘুনাথে গুৱাহাটীত ঘৰ লোৱা পাতিছে বুলি কেইমাহমানৰ পিচত খবৰ পোৱাত পৰিয়ালসহ মেঘনাথ গুৱাহাটীলৈ গৈছিল। লক্ষীমপুৰৰ পৰা নৈশ বাছত গৈ গুৱাহাটীত ধলপুৱাতে বাছৰ পৰা নামি অট'ৰিক্সাত উঠি ককায়েক ৰঘুনাথৰ নতুন ঘৰটো কোনোৰকম বিচাৰি উলিয়াইছিল। আগতে দিয়া ঠিকনামতে গৈ অট্টালিকাসদৃশ বিয়াগোম দুমহলীয়া ঘৰটো দেখি এইটোৱেই ককায়েক ৰঘুনাথৰ নতুন ঘৰ গুবি বিশ্বাস কৰিবলৈ টান পাইছিল মেঘনাথে। বৌৱেকৰ লগত থখা গাঁৱৰে বনকৰা ল'ৰা ৰংমন সিহঁতক দেখি ওলাই অহাতহে অট্টালিকাসদৃশ নতুন ঘৰটো ককায়েক ৰঘুনাথৰে ঘৰ বুলি খাটাং হৈ মেঘনাথে স্বস্তিৰ নিশ্বাস পেলাইছিল। কেইবামাহৰো আগতে ককায়েক ৰঘুনাথে গাঁৱত দি যোৱা দহ হেজাৰ টকাৰ আধামান লগত লৈ অনাৰ বাবে অট'ৰিক্সাচালকে দাবী

কৰামতে বিনা প্ৰতিবাদে বহু টকাৰ মালিক যেন ভাব দেখুৱাই ভাড়াটো দি মেঘনাথে অটʼৰিক্সাক বিদায় দিছিল। ৰংমনক দেখি সাহস পাই পিচফালে অংকৰা লাগি থিয় হৈ থকা ঘৈণীয়েকৰ হাতৰ পৰা চামৰাৰ ৰং যোৱা পুৰণি বেগটো থাপ মাৰি লোৱাৰ দৰে লৈ আগবাঢ়ি গৈ ভৰিৰ ধূলিৰে ভৰা পাম্পশ্বুযোৰ খুলি মেঘনাথে ককায়েক ৰঘুনাথৰ অট্টালিকাসদৃশ নতুন ঘৰটোৰ বাৰাণ্ডাত উঠিছিল। তেতিয়ালৈ ককায়েক ৰঘুনাথহঁত কোনেও শুই উঠা নাই বুলি ৰংমনৰ মুখে মেঘনাথে গম পাইছিল। ধূলিৰে পাম্পশ্বুযোৰ খুলি বাৰাণ্ডাত উঠি ঘূৰি চাওঁতে মেঘনাথে মন কৰিছিল ঘৈণীয়েকৰ ভৰিত হাৱাই চেণ্ডেলযোৰ নাই বুলি। গাঁৱত চাংঘৰৰ ভিতৰে-বাহিৰে খালী ভৰিৰে থকা অভ্যাসৰ বাবে আৰু প্ৰায় এযুগমানৰ পিচত হাৱাই চেণ্ডেলযোৰ পিন্ধি অহা বাবে বাছৰ পৰা নামোতে ঘৈণীয়েকে হাৱাই চেণ্ডেলযোৰ পাহৰি আহিব পাৰে বুলি মেঘনাথে ভাবিছিল। অৱশ্যে অটʼৰিক্সাতো থাকি যাব পাৰে বুলি সি ভাবিছিল। চেণ্ডেলযোৰ কʼতনো ঘৈণীয়েকে হেৰুৱাইছিল মেঘনাথে সহজে ভাবি উলিয়াব পৰা নাছিল। গাঁৱৰ পৰা ঘৃণাস্মৃতি হৈ লক্ষীমপুৰলৈ আহোতে, ঘাটৰ ওচৰত বিৰিণা বনৰ মাজৰ লুংলুঙীয়া ৰাস্তাত খোজকাঢ়ি আহোতে চেণ্ডেলযোৰ ঘৈণীয়েকে হাতত লৈ খালী ভৰিৰে খোজকাঢ়ি অহা মেঘনাথে লক্ষ্য কৰিছিল। লক্ষীমপুৰত নৈশ বাছত উঠাৰ আগতেও চেণ্ডেলযোৰ ঘৈণীযেকে কʼৰবাত পাহৰি এৰি থৈ আহিব পাৰে বুলি মেঘনাথে ভাবিছিল। ককায়েক ৰঘুনাথৰ ঘৰৰ কোনো ওলাই অহাৰ আগতে বাৰাণ্ডাত বহি থাকোতে চেণ্ডেলযোৰ হেৰুওৱাৰ বাবে ঘৈণীয়েকক মেঘনাথে টানকৈ কথাও শুনাইছিল।

নতুন ঘৰ লোৱাৰ বাবে পতা সকামটোত গুৱাহাটীত থকা বহুত ডাঙৰ মিচিং হাকিমবোৰ ককায়েক-ৰঘুনাথৰ অট্টালিকাসদৃশ ঘৰটোলৈ আহিছিল। ককায়েকৰ ঘৰৰ সন্মুখৰ ৰাস্তাত বহুধৰণৰ বহু ৰঙৰ সৰু-ডাঙৰ গাড়ী ভৰি পৰিছিল। চাকৰিৰ পৰা অৱসৰ লোৱা বয়সস্থ এজন মিচিং মানুহে নতুন ঘৰ লোৱা সকামৰ ভকতৰ দায়িত্ব পালন কৰিছিল। মেঘনাথেও ভকতৰ কাষত বহি ভকতৰ ভাও দিবলগা হৈছিল। গোটেই দিনটো হুলস্থূলীয়া পৰিবেশত গুৱাহাটীৰ ডাঙৰ মিচিং হাকিমবোৰে পৰিয়ালসহ আহি যিয়ে যিমান পাৰি বিলাতী আপং খোৱা মেঘনাথে লক্ষ্য কৰিছিল। বিলাতী আপং খোৱাৰ প্ৰতিযোগিতাহে যেন হৈছে তেনে লাগিছিল মেঘনাথৰ। বেছিভাগ ডাঙৰ হাকিম আৰু পৰিবাৰবোৰে কথা-বতৰা মিচিং ভাষাত নাপাতি অসমীয়াতহে বেছিকৈ পতাত সোৱণশিৰিঘাটৰ তিনিআলিৰ দেওবৰীয়া বজাৰত থকা যেনহে ভাব হৈছিল মেঘনাথৰ। সোৱণশিৰিঘাটৰ তিনিআলিৰ দেওবৰীয়া বজাৰতহে কনক বণিয়া মাষ্টৰহঁতে গোট খাই এনেকৈ হুলস্থূলীয়াকৈ অসমীয়াত কথা পতা মেঘনাথে দেখিছিল।

কর্মকৈ হ'লেও পঃৰ আপঙৰ ব্যৱস্থা সকামৰ বাবে কৰা হৈছিল। পঃৰ আপং নামমাত্ৰ ৰায়েই ডাঙৰ হাকিমবোৰৰ দৰে মেঘনাথেও বিলাতী আপং খাব লগাত পৰিছিল। বহুদিনৰ মূৰত বিলাতী আপং খাই মেঘনাথে একপ্ৰকাৰ ভালেই পাইছিল। পুৱাবেলাৰ পৰা আৰম্ভ হোৱা নতুন ঘৰ লোৱা সকাম আবেলি শেষ হোৱালৈ মেঘনাথ ভাগৰি পৰিছিল। ধলপুৱাতে নৈশ বাছৰ পৰা নামি অলপো জিৰাবলৈ সময় নোপোৱা বাবে টোপনিত মেঘনাথৰ চকু টান মাৰি ধৰিছিল। ককায়েকৰ নতুন ঘৰত ৰাতিলৈ ঘোৰ টোপনি মাৰিব লাগিব বুলি মেঘনাথে ভাবিছিল। মেঘনাথৰ সেই আশা অৱশ্যে পূৰণ নহ'ল। নতুন দুমহলীয়া ঘৰটোৰ পিচফালে বনকৰা ল'ৰা ৰংমনে থকা টিনৰ চালিৰ ঘৰটোতহে মেঘনাথ আৰু ঘৈণীয়েকৰ শোৱাৰ ব্যৱস্থা কৰি দিছিল। ককায়েকৰ দুমহলীয়া নতুন ঘৰটোত শুই চোৱাৰ ইচ্ছা বাদ দি পিচদিনা নৈশ বাছত মেঘনাথে গাঁৱৰ ঘৰলৈ বুলি গুচি আহিছিল। লক্ষীমপুৰ চহৰত নৈশ বাছৰ পৰা নামি চক্‌ভালৰ ভাড়াঘৰত খন্তেক জিৰণি লৈ আবেলিহে ঘৈণীয়েকক লগত লৈ মেঘনাথ উভটা চামপৰা গাঁৱত থকা নিজ ঘৰ আহি পাইছিল। ঘৈণীয়েকৰ বাবে লক্ষীমপুৰত এযোৰ চামৰাৰ চেণ্ডেল মেঘনাথে কিনি দিছিল ভৱিষ্যতে প্ৰয়োজন হ'ব পাৰে বুলি ভাবি। এইবাৰৰ পৰা ক'ৰবালৈ গ'লে যাতে চেণ্ডেল হেৰুৱাই নেপেলায় তাৰ বাবে ঘৈণীয়েকক মেঘনাথে সাৱধান কৰি দিছিল।

গুৱাহাটীত গৈ ককায়েক ৰঘুনাথৰ অট্টালিকাসদৃশ দুমহলীয়া ঘৰটোত শুই চোৱাৰ সুযোগ নাপালেও মেঘনাথৰ আক্ষেপ নাছিল। ভৱিষ্যতে কেতিয়াবা গ'লে শুই চাব লাগিব বুলি সি আশা কৰিছিল। ককায়েক ৰঘুনাথৰ বাবেহে ঘৈণীয়েকক গুৱাহাটী দেখুৱাব পৰা হোৱা, ককায়েকৰ বাবেহে গাঁৱত পকী খুঁটা, তক্তাৰ মজিয়া আৰু টিনপাটৰ ছয়ফুট ওখ চাংঘৰ সম্ভৱপৰ হৈ উঠিছে বুলি ভাবি ককায়েকলৈ কৃতজ্ঞতা জনাবৰ মন গৈছিল মেঘনাথৰ। সেয়ে ককায়েক-বৌৱেকে গুৱাহাটীৰ নতুন ঘৰত শুবলৈ নিদিয়াৰ বাবে মেঘনাথৰ কোনো আক্ষেপ নাছিল। গুৱাহাটীৰ অট্টালিকাসদৃশ ঘৰটো দেখি বহু বছৰৰ আগতে কাৰকেশ্বৰে কোৱা ৰঘুনাথৰ আমং-মুৰ্কঙৰ কথাবোৰ সঁচা যেন লাগিছিল মেঘনাথৰ। ককায়েক ৰঘুনাথৰ স্বাস্থ্য ভাগি পৰা দেখি অহা বাবেহে মেঘনাথৰ মনত অলপ দুখ লাগিছিল। অৱশ্যে ককায়েক ৰঘুনাথৰ আমং-মুৰ্কং বহুত কৰা হ'ল যেতিয়া চিন্তাৰ বিশেষ কাৰণ নাই বুলি মেঘনাথে মনত কিছু সান্ত্বনা লভিছিল। গুৱাহাটীৰ পৰা গাঁৱলৈ ঘূৰি অহাৰ আগতে তাৰ নামত থৈছো বোলা মাটিডোখৰৰ বাবে ককায়েকে কাগজ-পত্ৰ উলিয়াই য'তেই চহী কৰিবলৈ কৈছিল ত'তেই মেঘনাথে বিনাবাক্যে চহী কৰি দিছিল। এল পি স্কুলৰ ডেওনা পাৰ নোহোৱা মেঘনাথৰ বাবে কেইবাঠাইতো চহী মাৰোতে যথেষ্ট সময় লৈছিল। চকুৰে ভালকৈ নমনাৰ উপৰি স্কুল এৰা দিনৰে পৰা আখৰ

লিখি নোপোৱা মেঘনাথৰ বাবে ককায়েকে দিয়া কাগজত চহী কৰাত সময় লোৱাৰ লগতে চহী কৰোতে একপ্ৰকাৰ কষ্টই হৈছিল।

গুৱাহাটীৰ পৰা লক্ষীমপুৰ হৈ গাঁৱৰ ঘৰলৈ আহি পোৱাত গধূলি কাৰকেশ্বৰ, চেঙাৰাম আৰু কেইবাজনো বয়সস্থ গাঁৱৰ ৰাইজ মেঘনাথৰ ঘৰলৈ আহি মীৰামৰ কাষত বহি ৰঘুনাথৰ খবৰ লৈছিল। ককায়েক ৰঘুনাথৰ অট্টালিকাসদৃশ ঘৰৰ কথা কৈ কাৰেকেশ্বৰহঁতৰ আগত মেঘনাথে গৌৰৱ অনুভৱ কৰিছিল। পঃৰ আপং এবাটিমানকৈ ৰাইজক দিয়াৰ পিচত ঘৈণীয়েকক কৈ গুৱাহাটীলৈ নিয়া পুৰণি চামৰাৰ বেগটোৰ পৰা ককায়েক ৰঘুনাথে গুৱাহাটীৰ পৰা দি পঠিওৱা বিলাতী আপঙৰ বটল খুলি সন্তুষ্ট মনেৰে মেঘনাথে ৰাইজক খুৱাইছিল। আপং খাই কথা-বতৰা পাতি থাকোতে ককায়েক ৰঘুনাথে মিপাক্ ল'ৰালৈ যোৱা জীয়েক মাজনীক গুৱাহাটীত মাটি এডোখৰ দান দিব বুলি শুনি কাৰকেশ্বৰহঁতে গধূলি বহুপৰ এই লৈ আলোচনাত লিপ্ত হৈ পৰিছিল। বিলাতী আপং এঢোক মাৰিয়েই কাৰকেশ্বৰে ৰঘুনাথক প্ৰশ্ন কৰিছিল,

'ৰঘুৱে যে মিপাক্লৈ পলাই যোৱা জীয়েকক গুৱাহাটীত মাটি দিব বুলি ক'লি, মেঘই কথাটো কেনেকৈ গম পালি? তোক ৰঘুৱে কৈছিলে নেকি?'

'জীয়েকক মাটি দিয়া মানে মিপাক্ মাথ্বটোক দিয়া। মিপাক্ মাথ্বটোৰ বাপেকৰ মাটি-বাৰী নাই নেকি? তাৰ আচল ঘৰনো ক'ত?'

'মিপাক্ মাথ্বৰ আচল ঘৰ যোৰহাটৰ টীয়কৰ ফালৰ বুলি। সিহঁতৰ ঘৰুৱা কথা মই বিশেষ নাজানো।'

কাৰকেশ্বৰে কৰা প্ৰশ্নত অপ্ৰস্তুত হোৱাৰ দৰে হৈ মেঘনাথে উত্তৰ দিছিল। মেঘনাথৰ উত্তৰত সন্তুষ্টি নোহোৱা যেন ভাবত কাৰকেশ্বৰে আপং বাটি হাতত লৈ কৈছিল,

'ৰঘুৰ ভায়েকটো হৈ তই এইবোৰ কথা জানিব লাগিছিল। তাতে আজি গুৱাহাটীৰ পৰা আহিছ যেতিয়া ককায়েৰৰ লগত কথাবোৰ পাতিব লাগিছিল। আমাৰ নিয়মমতেতো বিয়া হৈ আনৰ ঘৰলৈ ওলাই যোৱা জীয়েকে বাপেকৰ মাটিবাৰীৰ সম্পত্তি নাপায়। পুতেকবোৰেহে পায়। তাকো আকৌ বাপেকৰ উপাধি গ্ৰহণ কৰিলেহে পৈত্ৰিক সম্পত্তিৰ ভাগ পাব। জাৰজ সন্তান বা উপাধি নথকা সন্তানে সম্পত্তিৰ ভাগ নাপায়। বাপেক জীয়াই থকা কালতো কোনো পুত্ৰই সম্পত্তিৰ উত্তৰাধিকাৰী হ'ব নোৱাৰে। এইবোৰ কথা তই নাজান নেকি?'

'জানো। পিচে এইবোৰ কথা গুৱাহাটীত পতা হ'লেনো কি লাভ হ'লহেঁতেন?'

'কথাবোৰ তই ৰঘুৰ লগত অন্ততঃ আলোচনা কৰিব পাৰিলিহেঁতেন। আনলৈ বিয়া হৈ যোৱা জীয়েকক মাকে তিৰোতাৰ সাজ-পাৰ, আ-অলংকাৰ যি

থাকে দিয়ে। কিন্তু মাটি হ'লে নিদিয়ে। যেনেকৈ তুমুয়ো মাইকী মানুহে বা ছোৱালীয়ে বাপেকৰ সম্পত্তিৰ ভাগ নাপায়। অৱশ্যে নিঃসন্তান হৈ মৰিলে তুমুই মৃত গিৰিয়েকৰ সম্পত্তি পাব। কিন্তু তুমুৰ একে পৰিয়ালত বিয়া নহৈ আন বংশলৈ পুনৰ বিয়া হ'লে সকলো সম্পত্তি মৃত গিৰিয়েকৰ আত্মীয়-কুটুম্বক ঘূৰাই দিব লাগিব।'

কাৰকেশ্বৰৰ কথা শুনি চেঙাৰামে ক'লে, 'বাপেক জীয়াই থাকোতে বহুত পুতেকে বেলেগে ঘৰ বনাই থাকে। সিহঁতেও সম্পত্তিৰ ভাগ নাপায়। কিন্তু বাপেক মৰাৰ পিচত পুতেকবোৰৰ মাজত সম্পত্তি সমানে ভাগ হয়। পিচে এইবোৰ কথা এতিয়া পাতি কিবা লাভ আছে জানো?'

'এহ্, মই এনেই অলপ কথাবোৰ কৈছো আৰু। আমাৰ কোনোবাই সৰু পুতেক এৰি বাপেক ঢুকালে কীবাং পাতি ল'ৰা ডাঙৰ হ'লে সম্পত্তি ভাগ কৰি নিদিওঁ জানো? বাপেকৰ সম্পত্তি ভাগ কৰাত পুতেককেইটাৰ মাজত কাজিয়া হ'লেওতো আমাৰ কীবাঙেই বিচাৰ কৰি দিয়ে। আগতে গম পোৱা হ'লে ৰঘুকো আমি পৰামৰ্শ দিব পাৰিলোহেঁতেন।'

'টাউনত থকা ডাঙৰ হাকিমৰ কথাত আমি মাত মাতি কি লাভ? আমি গাঁৱত আমাৰ নিয়ম মানি চলিলেই হ'ল আৰু।'

'তথাপি বেয়া লাগে দেচোন। জীয়েকক মাটি দিয়া মানে মিপাক্ মাথৰ্টোৱে এনেই সম্পত্তিৰ ভাগ পাব নহয়, সিতো তাৰ বাপেকৰ সম্পত্তি বিচাৰিব লাগিছিল।' কথাখিনি কৈ আপং বাটিত বিলাতী আপং শেষ হোৱাত মেঘনাথৰ পৰা আৰু অলপ খুজি জোখমতে পানী ঢালি লৈ কাৰকেশ্বৰে পুনৰ ক'লে, 'মই কথাবোৰ এনেই কৈছো অৱশ্যে। ৰঘুৱে বহুত আমং-মুৰ্কং কৰিল যেতিয়া পুতেক-জীয়েককেইটাক যাক যেনেকৈ দান দিয়ে সেইটো তাৰ কথা। আমাৰ ক'বলগীয়া নাই। তথাপি আমাৰ নিজৰ নিয়মবোৰ মানি চলিলে ভাল লাগে।'

'বহু ৰাতিয়েই হ'ল। গাঁৱৰ মানুহ খাই-মেলি শুলেই চাগে'। মেঘনাথে আজি গুৱাহাটীৰ পৰা আহি পাইছেহে। ভাগৰ লাগি থাকিব পায়। সি এতিয়া ভাত খাই জিৰণি লওক। ব'ল আমি যাওগৈ।'

কথাখিনি কৈ শেষ কৰিয়েই ঘৰলৈ যাওঁ বুলি চেঙাৰাম বহাৰ পৰা উঠিল। চেঙাৰামক উঠা দেখি কাৰকেশ্বৰহঁতেও আপং খোৱা শেষ কৰি মেঘনাথক মাত লগাই ঘৰলৈ বুলি গ'লগৈ। তেতিয়ালৈ মেঘনাথক টোপনিয়ে বৰকৈ আমনি কৰাত লাগিছিল।

'এই মেঘ, আজিহেন দিনত তই তুংগীঙত এনেকৈ শুই থাকিব পাৰিছনে? উঠ, উঠ, দা-কুঠাৰ ল'। আবেলি হ'বৰে হ'ল। সোনকালে বাঁহ আদি কাটি যোগাৰ কৰি থওঁ। গুৱাহাটীৰ মানুহ আহি পাবৰে হ'ল কিজানি উঠ, উঠ।'

কাৰকেশ্বৰৰ কৰ্কশ মাত শুনি তুংগীঙত টোপনিয়াই থকাৰ পৰা মেঘনাথে ঘপহকৈ উঠিল। পুৱাৰ পৰা লঘোণে থকা মেঘনাথৰ টোপনি অহা নাছিল। ভোকে-লঘোণে এনেই পৰি থাকি সি অতীতৰ কথাবোৰহে মনত পাগুলিয়াই আছিল। এইবোৰ কথা এতিয়া কাৰকেশ্বৰক কৈ লাভ নাই বুলি ভাবি মেঘনাথে তুংগীঙৰ পৰা বালিৰে ভৰা লন্তালৈ নামি আহিল। ইতিমধ্যে এজন-দুজনকৈ গাঁৱৰ ৰাইজ হাতত দা-কোৰ লৈ মেঘনাথৰ তুংগীঙৰ সন্মুখৰ লন্তাত গোট খাইছিলহি। গুৱাহাটীৰ পৰা ককায়েক ৰঘুনাথৰ মৃতদেহ আহি পোৱাৰ লগে লগে বজাবৰ বাবে বৰকাঁহ, ঢোল আদি গোটাই চক্‌ভালহঁতে তুংগীঙত থৈছিলহি। চক্‌ভালহঁতৰ লগৰীয়া ডেকাচামে বাঁহ কাটি মৃতদেহ ঘৰৰ পৰা কবৰস্থানলৈ কঢ়িয়াই নিবলৈ সাঙী তৈয়াৰ কৰি পেলাইছিল।

বালিৰে পুতি পেলোৱা উভটা চামপৰা গাঁৱৰ শুধ বগা বালিৰ ওপৰত পশ্চিমৰ ডুব যাব খোজা বেলিৰ শেষ ৰঙা পোহৰ পৰি ঠিক আন্ধাৰ নামি অহাৰ লগে লগে ৰঘুনাথৰ মৃতদেহ লৈ অহা গুৱাহাটীৰ দলটো দুখন জীপ গাড়ীত মথাউৰিয়েদি নামি আহি মেঘনাথৰ লন্তাত ৰখালেহি। বালি উৰুৱাই জীপ গাড়ী দুখন মেঘনাথৰ লন্তাত ৰখোৱাৰ লগে লগে গোট খাই থকা গাঁৱৰ মাইকী মানুহৰ কান্দোনৰ ৰোল উঠিল। অতি কৰুণ সুৰত ৰঘুনাথৰ নাম লৈ চিঞৰি চিঞৰি কাবান্ গোৱাৰ দৰে গাঁৱৰ মাইকী মানুহখিনিৰ কান্দোন শুনি মেঘনাথে আৰু ৰ'ব নোৱাৰিলে। অতি মৰমৰ ককায়েক ৰঘুনাথৰ ঢকুৱাখনা স্কুলত মেচত থাকি পঢ়া দিনৰ পৰা কাহিনীবোৰ কৈ মাইকী মানুহখিনিৰ দৰে চিঞৰি চিঞৰি মেঘনাথেও কন্দাত লাগিল। জীপগাড়ীৰ পৰা নামিয়েই কান্দোনত ভাগি পৰা বৌৱেকক গাঁৱৰ মাইকী মানুহে ধৰি চাংঘৰৰ ভিতৰলৈ লৈ গ'ল।

"অ'ই মেঘ, তই এতিয়া মাইকী মানুহখিনিৰ দৰে কান্দি থাকিলে হ'বনে? তইঁতৰ জন্মদাতা পিতৃ কেতিয়াবাই মৰি ভূত হ'লেও পিতৃগৃহলৈ বুলি তোৰ ককায়েৰক আনিছে যেতিয়া সকলো দায়িত্ব তই এতিয়া চম্ভালি ল'ব লাগিব। আমাৰ নিয়মমতে তয়ে এতিয়া সকলো কাম কৰিব লাগিব। কোন ক'ত আছ, গাড়ীৰ পৰা তাক নমা" এবাৰ কান্দোনত ভাগি পৰা মেঘনাথলৈ আৰু এবাৰ গোট খোৱা ৰাইজলৈ চাই কৰ্তৃত্বৰ সুৰত কাৰকেশ্বৰে ক'লে।

'বাবাই আমি এতিয়া কি কৰিব লাগিব? আমাক বুজাই দিলেই আমি সকলো কৰিম। টকা-পইচাৰ কাৰণে চিন্তা কৰিব নালাগে।'

ককায়েক ৰঘুনাথৰ সৰু পুতেকে মেঘনাথৰ ওচৰলৈ আহি সোধাত মেঘনাথে উত্তৰ দিয়াৰ আগতে কাৰকেশ্বৰে ক'লে,

'গামহঁত তইঁতি একো চিন্তা কৰিব নালাগে। আমি গাঁৱৰ ৰাইজে সকলো কৰিম। আৰু এতিয়াই টকা-পইচা নালাগে দে। আমাৰ গাঁৱৰ ডেকা ল'ৰাবোৰে

লেম্প-চাকি জ্বলালেই। অলপ পিচত জোনাকো ওলাব। চব ঠিকে-ঠাকে হৈ যাব, তহঁতি চিন্তা নকৰিবি। বহু দূৰৰ পৰা তহঁতি আহিছ, পানী-দুনী খাই অলপ জিৰণি ল'।'

বুজনিৰ সুৰত কথাখিনি কৈ চক্‌ভালক বিচৰাৰ দৰে কৰি পুনৰ কাৰকেশ্বৰে চিঞৰি ক'লে, 'অ'ই চক্‌ভালহঁত, কোন ক'ত আছ, গাড়ীৰ পৰা ৰঘুক নমা।'

কাৰকেশ্বৰৰ কথা শুনি দৌৰ মাৰি অহাৰ দৰে চক্‌ভালহঁতে জীপগাড়ীৰ পৰা ৰঘুনাথৰ মৃতদেহ ভৰাই অনা কফিনটো নমোৱাৰ লগে লগে গাঁৱৰ মতা-মাইকী মানুহৰ মিশ্রিত কান্দোনৰ ৰোল উঠিল। দুজন ডেকা ল'ৰাই তুংগাঁওৰ পৰাই ৰৰকাঁহ আৰু ঢোল বজোৱাত লাগিল। কাৰকেশ্বৰৰ পৰামৰ্শমতে কফিনটো দাণ্ডি চাংঘৰৰ ভিতৰলৈ নিয়া হ'ল। চাংঘৰৰ ভিতৰত কফিন খুলি ৰঘুনাথৰ মৃতদেহ উলিওৱাৰ লগে লগে ৰঘুনাথৰ মৃতদেহ উবুৰি গোট খোৱা মতা-তিৰোতাজাকে কন্দাত লাগিল। মীৰামৰ সিপাৰে কান্দোনত ভাগৰি পৰি উচুপি বহি থকা মেঘনাথৰ বৌৱেকক তাৰ ঘৈণীয়েক আৰু কেইবাজনীও তিৰোতাই সান্ত্বনা দি থাকিল।

'ৰাইজ, এতিয়া ধুই-পখালি মৃতকক উলিয়াই নিয়াৰ ব্যৱস্থা কৰিব লাগে। বেছি দেৰি কৰিলৈ বহু ৰাতি হ'বগৈ'। কাৰকেশ্বৰে গোট খোৱা গাঁৱৰ মানুহখিনিলৈ চাই ক'লে।

'আমি এইবোৰ সকলো গুৱাহাটীতে কৰি আহিছো কাকী। গুৱাহাটীৰ মিচিং মানুহে কোৱামতেই বাবাক ধুই-পখালি তেল ঘঁহি মূৰৰ চুলি আঁচুৰি আনিছো। নতুন কাপোৰ-কানিও পিন্ধাই আনিছোঁ।'

ৰঘুনাথৰ সৰু পুতেকৰ কথা শুনি কাৰকেশ্বৰে ক'লে, 'তেতিয়া হ'ব, আমি ইয়াত একো নকৰিলেও হ'ব। অ'ই মেঘনাথ, তহঁত কোন ক'ত আছ, সৰুবোৰে ককায়েৰক সেৱা জনা। অ'ই গাম, তোৰ মাৰকো তোৰ বাবাক শেষ সেৱা জনাবলৈ ক'।' ৰঘুনাথৰ সৰু পুতেকক কথাটো কৈ কাৰকেশ্বৰে পুনৰ ক'লে,—

'চক্‌ভাল ক'ত? বাঁহৰ সাঙীটো লৈ আন। আমি এতিয়াই মৃতদেহ আগ-গলুঙলৈ নিব লাগে। দেৰি কৰিলে দেৰি হৈ গৈ থাকিব।'

গাঁৱৰ সৰু সম্বন্ধৰ সকলো আত্মীয়ই করুণভাৱে কন্দা-কটা কৰি ৰঘুনাথৰ মৃতদেহক সেৱা জনালে। মেঘনাথ আৰু ঘৈণীয়েকৰ সেৱা জনোৱা হোৱাত শেষবাৰৰ বাবে ৰঘুনাথৰ ঘৈণীয়েকে পুতেক, জী-জোঁৱাইক লগত লৈ কন্দা-কটা কৰি ৰঘুনাথৰ মৃতদেহক সেৱা জনোৱা হোৱাত সকলোকে ধৰি-মেলি মৃতদেহৰ কাষৰ পৰা আঁতৰালে। ৰঘুনাথৰ মৃতদেহ পুনৰ কফিনত ভৰাই সাঙীত তুলি কবৰস্থানলৈ বুলি চাংঘৰৰ বাহিৰলৈ লৈ অনা হ'ল। মেঘনাথৰ চাংঘৰৰ দক্ষিণ ফালে বালিয়ে পুতি পোলোৱা বাৰীৰ ঢাপৰ সীমাত থকা শিমলু আৰু বাঁহজোপাৰ

কাষলৈ মৃতদেহ সাঙীত লৈ যোৱা হ'ল। শিমলু আৰু বাঁহজোপাৰ মাজত বালিয়ে পুতি পেলাই চিন-চাব নাইকিয়া কৰা মাক-বাপেকৰ কবৰ স্থানৰ কাষতে আন্দাজ কৰি ৰঘুনাথক কবৰ দিয়াৰ ব্যৱস্থা কৰা হ'ল। কবৰ খান্দিবৰ বাবে প্ৰথম ছাব কোৰ মেঘনাথকে মাৰিবলৈ কাৰকেশ্বৰে পৰামৰ্শ দিলে। পিণ্ড দিয়াত টাউনত ডাঙৰ-দীঘল হোৱা পুতেকহালে অসুবিধা পাব বুলি ভাবি কাৰকেশ্বৰে ভাবিলে। পিতৃ-মাতৃ নাই যেতিয়া ভায়েকৰ ঘৰলৈ ককায়েকৰ মৃতদেহ আনিছে যেতিয়া ভায়েকে পিণ্ড আদি দিয়াত আপত্তি নাই বুলি গাঁৱৰ ৰাইজেও কাৰকেশ্বৰৰ পৰামৰ্শক মানি ল'লে।

কাৰকেশ্বৰৰ পৰামৰ্শ অনুসৰি শুধ বগা বালিৰ ওপৰত মেঘনাথে প্ৰথম ছাব কোৰ মাৰি কোৰখন ৰঘুনাথৰ ডাঙৰ পুতেকৰ হাতত দিলে। ৰঘুনাথৰ ডাঙৰ পুতেকে দ্বিতীয় ছাব কোৰ মৰা হোৱাত সৰু পুতেকেও এছাব কোৰ মাৰিলে। তাৰ পিচতে গাঁৱৰ আত্মীয়-কুটুমে যি যেনেকৈ পাৰে কোৰেৰে গাঁত খন্দাত লাগিল। বালিময় মাটি বাবে লেম্ব-চাকিৰ টিমিক-ঢামাক পোহৰত গাঁত খন্দাত বিশেষ অসুবিধা নহ'ল। নিজৰ নিয়মমতে মৃতদেহ কফিনত ভৰাই কবৰ নিদিয়ে যদিও ডাঙৰ হাকিমৰ মৃতদেহ যেতিয়া কফিনত ভৰাই থোৱা অৱস্থাতে কবৰ দিয়া হ'ল। অৱশ্যে কফিনৰ ওপৰৰ ঢাকনি খোলা হ'ল। নিয়মমতেই গাঁতৰ তলত চচালি কৰি দিয়া হ'ল। গাঁতটোৰ দুই কাষে আৰু ওপৰতো বটা বান্ধি আৰ্গ্ধাৰৰ মাজত ৰখাদি ৰাখি ওপৰৰ পৰা মাটি পেলোৱাৰ ব্যৱস্থা কৰা হ'ল। কাৰকেশ্বৰৰ পৰামৰ্শমতে পিণ্ড দিবলগীয়া মেঘনাথে বাওঁহাতেৰে পোনপ্ৰথমে এচপৰা মাটি পেলালে। তাৰ পিচতে ৰঘুনাথৰ পুতেকহালে বাওঁহাতেৰে মাটি পেলোৱাৰ লগে লগে গাঁৱৰ আন মানুহখিনিও বাওঁহাতেৰে মাটি একোচপৰা পেলোৱাত লাগিল। কাৰকেশ্বৰেও বাওঁ হাতত মাটি এচপৰা লৈ ক'লে, 'নম্ঙলো দৃংকে পাকেমাং, ন দঞি-পঃলক দেকৰ্ গৃকাংকুবকা, ঙলুম্ কাঃলাৎ চুঃয়বংকা।'

অৰ্থাৎ তোমাক আমি কিলাই মৰা নাই, সূৰ্য-চন্দ্ৰৰ দেশলৈ যোৱাগৈ আমালৈ আৰু ঘূৰি নাচাবা।

কবৰস্থানলৈ অহা সকলোৱে বাওঁহাতেৰে একো চপৰা মাটি পেলোৱা হোৱাত বালিয়া মাটিৰেই গাঁতটো পুতি পেলাই ধুনীয়াকৈ মৈদাম সাজি দিলে। মৈদামৰ চাৰিওফালে বাঁহৰ বেৰা দিয়া হ'ল। বাঁহৰ বেৰাৰ ওপৰত ধুনীয়াকৈ বগা কাপোৰ পাৰি দিয়া হ'ল। ৰঘুনাথে জীয়াই থাকোতে ব্যৱহাৰ কৰা সকলো বস্তু মৈদামত দিয়া হ'ল। মৈদাম বান্ধি কবৰস্থান ধুনীয়াকৈ সজোৱা হোৱাত পিণ্ড দিবলগীয়া মেঘনাথে আৰম্ভণিতে থৈ দিয়া প্ৰথম ছাব মাটি বাওঁহাতেৰে পিচলৈ দলিয়াই দি গুচি অহাৰ লগে লগে বাকীসকলেও পিচলৈ ঘূৰি নাচাই তলমূৰলৈ কবৰস্থানৰ পৰা গুচি আহিল। তুংগৌঙৰ পৰা ডেৰনলমান আঁতৰত হেংগেলপৰ্যন্ত বালিয়ে পুতি ৰখা টিউবৱেলটোৰ কাষলৈ সকলো আহিল।

শৱ সংকাৰ কৰি অহা সকলোৱে বালিয়ে পুতি ৰখা টিউবৱেলটো মাৰি কোনোৰকম পানী উলিয়াই গা ধুলে। ইতিমধ্যে আকাশত জোনাকে দেখা দিছিল। শুধ বগা বালিৰে ঢাক খাই থকা মেঘনাথৰ চাংঘৰৰ সম্মুখৰ চোতালখন জোনাকৰ পোহৰে পোহৰাই তুলিছিল। শৱ সংকাৰলৈ নোযোৱা মানুহখিনিয়ে জুহাল পৰিষ্কাৰকৈ সাৰি-পুচি ইতিমধ্যে জোনাকৰ পোহৰে আৱৰা চোতাললৈ নামি আহিছিল। চোতালত জুই একুৰা জ্বলাই থোৱাই আছিল আৰু শৱ সংকাৰ কৰি অহা মানুহখিনিৰ বাবে মিঠাতেল দুবৰিবন আদিও যোগাৰ কৰি থোৱা আছিল। শৱ সংকাৰ কৰি অহা মানুহখিনিয়ে টিউবৱেলত গা ধোৱাৰ পিচত তিতা গাৰেই জুইকুৰাত দুই-তিনিবাৰ দেই তেল-পানী ঘঁহি শুকান কাপোৰ সলাই চাংঘৰত উঠিলগৈ। চাংঘৰৰ ভিতৰলৈ গৈ পৰিষ্কাৰকৈ সাৰি থোৱা জুহালটো সকলোৱে জুমি জুমি চালে। পুনৰ জন্মত বিশ্বাসী মানুহখিনিয়ে জুহালত কিহৰ খোজ পৰিছে বুলি উৎসুকতাৰে চোৱাত লাগিল। জুহাললৈ ভালকৈ জুমি চাই কাৰকেশ্বৰে ক'লে,

'ৰাইজ, এই খোজৰ চিনটো মেকুৰীৰ দৰে লাগিছেচোন।'

'মোৰ হ'লে কুকুৰৰ খোজৰ চিনৰ নিচিনাহে লাগিছে।' আন এজনে ক'লে।

ভালকৈ জুমি চাই চক্‌ভালে ক'লে, 'মই হ'লে চৰাইৰ খোজৰ দৰেহে দেখিছো। বয়স হোৱা বাবে কাকীইতে চাকিৰ পোহৰত চকুৰে ভালকৈ নমনাই হৈছে যেন পাইছো। চাকিৰ পোহৰৰ লগতে জুহালত জুয়ো জ্বলি আছেচোন। সকলোৱে খোজৰ চিনটো ভালকৈ চা।'

আন মানুহখিনিও জুহালৰ কাষলৈ আহি ভালকৈ জুমি চাই সমস্বৰে ক'লে, 'এৰা চক্‌ভালে কোৱটোৱেই সঁচা। আমাৰ হ'লে চৰাইৰ খোজৰ দৰেহে লাগিছে।'

'হ'বও পাৰে। মই চকুৰে ভালকৈ নমনাই হৈছো আৰু। চৰাইৰ দৰে খোজ পৰিছে যদি ৰঘুৱে পুনৰ মানুহ হৈয়ে জন্ম ল'বহি দে। আমি পূৰ্বপুৰুষৰ পৰা তেনেকৈয়ে বিশ্বাস কৰি আহিছো।'

'মানুহ হৈ পুনৰ জন্ম ল'লে আমাৰ গাঁৱত জন্ম হ'লে ভাল হয়। আমি পুনৰ ডাঙৰ হাকিম এজন পাম।' টিমিক-টামাক চাকি আৰু জুইৰ পোহৰত ভালকৈ জুমি চাই থাকিয়েই চেঙাৰামে ক'লে।

হ'ব আৰু দে, সকলোৱে কৈছে যেতিয়া চৰাইৰ খোজেই হয় আৰু। এতিয়া ইয়াত গোট খোৱা ৰাইজে শুনক। যোৱাকালি গুৱাহাটীত ৰঘুৰ মৃত্যু হোৱা হিচাপত আজি দুদিনত ভৰি দিলেই। অহাকালিলৈ তিনিদিন হ'ব। অহা কালিলৈকে পিণ্ড দিব লাগিব। ৰঘুৰ ভায়েক মেঘাই পিণ্ড দিব যেতিয়া এতিয়াৰে পৰা সিয়ে আমাৰ নিয়মবোৰ মানিব লাগিব।'

ৰাইজলৈ বুলি কথাখিনি কৈ গ'ল হেকাৰি এটা মাৰি কাৰকেশ্বৰে ৰঘুনাথৰ পুতেক দুজনলৈ চাই পুনৰ ক'লে, 'তহঁতি টাউনত ডাঙৰ-দীঘল হোৱা ল'ৰা আমাৰ

নিয়ম-নীতি বৰকৈ নাজানিবি। গাঁৱৰ ঘৰলৈ তহঁতৰ বাবাক আনিলি যেতিয়া তহঁতৰ বাবাই মেঘক পিণ্ড দিয়াৰ দায়িত্ব দিয়া হ'ল। অহাকালিলৈ তিলনি নোহোৱাপৰ্যন্ত ঘৰখনে ভজা-পোৰা, জ্বলা-টেঙা খাব নাপায় দেই। ডিঙিত দগনী পিন্ধি সেই যে তহঁতৰ বাবাই মেঘই ককদাণ্ডত বহিবলৈ লৈছে, অহাকালিলৈ তিলনি শেষ নোহোৱা পৰ্যন্ত সি মাঁৰামৰ বৃঃচাঁগুলৈ আহিব নোৱাৰিব। অৱশ্যে তিলনি শেষ হোৱাৰ পিচত বৃঃচাঁগুলৈ যাব পাৰিব। আজি ৰাতি গাঁৱৰ ডেকা ল'ৰাৰ লগত তহঁতি তহঁতৰ বাবাই মেঘক পহৰা দিব পালিব। এইটো আমাৰ জাতিৰ নিয়ম।'

'হ'ব কাকী।' কাৰকেশ্বৰৰ পৰামৰ্শ শুনি ৰঘুনাথৰ দুয়োজন পুতেকে মূৰ হাউলি একেলগে ক'লে।

'তিলনিটো অহাকালিলৈকে পতা হ'ব বাৰু। গাঁৱৰ কাৰো ঘৰত একোৱেই নাই, যেনে-তেনে কিবা এটা কৰিব লাগিব। পিচে পিচৰ ন-জোন ওলোৱাৰ পিচতহে মৃতকৰ শুচি কৰা নিয়মতো কেনেকৈ পতা হয়? এই শুচি নোহোৱালৈকেতো মৃতকৰ ঘৰৰ মানুহে সমাজৰ লগত ফুৰা চকা কৰিব নোৱাৰিব! গুৱাহাটীৰ পৰা অহা মামহঁত ইয়াতে ইমান দিন থাকিব লাগিব নেকি?

'ঔৎসুক্য ভৰা চাৱনিৰে কাৰকেশ্বৰলৈ চাই কথাখিনি চেঙাৰামে কোৱা শুনি গহীন সুৰত কাৰকেশ্বৰে ক'লে, 'অহাকালিলৈ তিলনিটো হৈ লওক। গুৱাহাটীৰ মানুহখিনিয়ে পৰহিলৈকে যাবগৈ পাৰিব। ইয়াত খাবলৈ একো নাই৷ৰিয়া বালিময় গাঁওখনত এমাহ দিন থাকিব কেনেকৈ? এমাহৰ পিচত শুচি পতা দিনৰ দুদিনমান আগত সিহঁত গুৱাহাটীৰ পৰা পুনৰ ইয়ালৈ আহিলেই হ'ব। গুৱাহাটীত আন মানুহৰ ঘৰত ফুৰা-মেলা কৰাতো কৰিব নালাগিব আৰু। বোৱাৰীয়ে মই কোৱা কথাবোৰ শুনি আছে চাগে'।'

'হয় কাকী, আপুনি কোৱা সকলো কথা মা আৰু আমি শুনি আছো। আপুনি কোৱাৰ দৰেই আমি কৰিম।' ৰঘুনাথৰ সৰু পুতেকে ক'লে।

'একেবাৰে শেষৰ শুচিটো মানে দদগাংটো এবছৰৰ পিচত পাতিব লাগিব। তাৰ বাবে আলোচনা কৰিবলৈ সময় বহুত আছে অৱশ্যে। তথাপি এতিয়াই কৈ থওঁ যে দদগাং পাতিলে সময় আৰু সুবিধা বুজি খৰালি দিনত পতা ভাল হ'ব। তেতিয়াহে মিতিৰ-কুটুম, আলহী-বগুহী আদি অহাত সুবিধা হ'ব।'

কাৰকেশ্বৰৰ কথাত সকলোৱে একমত প্ৰকাশ কৰিলে। সকলোৱে একমত প্ৰকাশ কৰা শুনি বহাৰ পৰা উঠি কাৰকেশ্বৰে পুনৰ ক'লে, 'তেতিয়া হ'লে আমি এতিয়া যাওঁ। কালিলৈ পুৱা পুনৰ আহিম। চকভালহঁতে ইয়াত ৰাতি পহৰা দিবি। অহা অহাকালিৰ তিলনিৰ বাবে চকভালহঁতেই যি পাৰ যোগাৰ কৰিবি। আমাৰ ইয়াততো পাবলৈ একোৱেই নাই। তথাপি সকামৰ বাবে মুৰ্গী আৰু আপং অলপ যেনে-তেনে গোটালেই হ'ব।'

কথাখিনি কৈ কাৰকেশ্বৰে দাখন হাতত লৈ বহাৰ পৰা উঠি মেঘনাথৰ চাংঘৰৰ পৰা ওলাই আহিল। গাঁৱৰ আন বয়সস্থ লোকসকলেও কাৰকেশ্বৰৰ পিচ ল'লে।

পিচদিনা পুৱাই চক্‌ভালইতে কোনোৰকম পঃৰ আপং দুকলহ আৰু কুকুৰা দুটা গোটালে। গাঁৱৰ বুঢ়া-বুঢ়ী গোট খাই কুকুৰা মাৰি মৃতকৰ নামত তিনিদিনীয়া শুচি কৰা হ'ল। দঃঞি-পঃলৰ নাম লৈ মৃতকলৈ কুকুৰা আগবঢ়াই বান-বিধ্বস্ত গাঁওখনৰ পৰা চক্‌ভালইতে কোনোৰকম গোটোৱা পঃৰ আপং দুকলহকে সকলোৱে খাই তিলনি পতা হ'ল। অৱশ্যে গাঁৱৰ বুঢ়া-বুঢ়ীৰ সকামত লাগিব পাৰে বুলি গুৱাহাটীৰ পৰা ৰঘুনাথৰ পুতেকহালে অনা বিলাতী আপঙো সকলোৱে মিলি খালে। তিলনিত বিলাতী আপং খাবলৈ পাই আপঙৰ নিচাত কাৰকেশ্বৰইতে ৰঘুনাথৰ পুতেকহালক ভূয়সী প্ৰশংসা কৰিলে। ভৱিষ্যতে বাপেকৰ দৰে বহু আমং-মুৰ্কঙৰ গৰাকী হ'বৰ বাবে আশীৰ্বাদ দিলে।

পুৱাৰ পৰা গধূলিলৈকে তিলনিৰ কামত ৰাইজ ব্যস্ত থকাত মেঘনাথৰ চাংঘৰত এক হুলস্থূলীয়া পৰিবেশে বিৰাজ কৰি আছিল। লতাৰ বালি ভৰিত লাগি অহা তক্তাৰে বনোৱা চাংঘৰটোৰ মজিয়া বালিময় হৈ পৰিছিল। বিলাতী আপঙৰ নিচাত খন্তেকৰ বাবে হ'লেও গাঁৱৰ ৰাইজ বান-বিধ্বস্ত হোৱাৰ আৰম্ভণিৰে পৰা পোৱা দুখ-দুৰ্দশাৰ কথা পাহৰি পেলাইছিল। সন্তোষ মনেৰে গধূলি গাঁৱৰ ৰাইজ যোৱাত মেঘনাথৰ ঘৰখন হঠাৎ নিজম পৰাৰ দৰে হৈছিল। ৰাইজ যোৱাত প্ৰয়োজন হোৱা বাবে মেঘনাথে ককদাঙৰ পৰা উঠিবলগাত পৰিছিল। বৌৱেকৰ সৈতে গুৱাহাটীৰ পৰা অহা মানুহখিনিক তুংগীঙত খন্তেক বহিবলৈ কৈ মেঘনাথ আৰু ঘৈণীয়েকে বালি আৰু আপং-আঞ্জাই লেতেৰা কৰা তক্তাৰ মজিয়াখিনি চাফা কৰাত লাগিছিল যাতে বৌৱেক আৰু গুৱাহাটীৰ মানুহবোৰে মীৰামৰ পশ্চিম দিশে শুব পাৰে। মীৰামৰ পশ্চিম দিশৰ ফালে ককদাঙেদি গ'লে তুঃপক্‌য়াব্‌গ পোৱা যায় আৰু তুঃপক্ য়াব্‌গত বহি সৌৱণশিৰিৰ মথাউৰিৰ ফালে চাই থাকিব পৰা তুংগীংটো। আলহীৰ বাবে এইখিনি ঠাই মেঘনাথে ঠিক কৰিলে যাতে প্ৰয়োজন হ'লে ৰাতি সহজেই বাহিৰলৈ যাব পাৰে। কেতিয়াবা গাঁৱলৈ আহিলে থাকিবৰ বাবে ৰঘুনাথে নিজৰ বাবে বনোৱা ৰুমটো বালিয়ে তেনেই লেতেৰা কৰি থোৱাত তাত আলহী থকাৰ ব্যৱস্থা কৰা নহ'ল। বৌৱেক আৰু গুৱাহাটীৰ মানুহখিনি শুবৰ বাবে মীৰামৰ পশ্চিম দিশৰ মজিয়া চাফা কৰাৰ বাবে মেঘনাথে পুৰণি তিতা কাপোৰেৰে নিজেই হাতে-কামে লাগি গ'ল। তিতা কাপোৰেৰে মজিয়া মচি থাকোতে ইকৰাৰ বেৰৰ সিপাৰে তুংগীঙত বহা বৌৱেক আৰু ভতিজা দুজনৰ মাজত হোৱা কথা-বতৰা মেঘনাথে স্পষ্টকৈ শুনিবলৈ পালে। সৰু ভতিজাকে ডাঙৰ মাতেৰে মাকক কোৱা মেঘনাথে শুনিলে।

'মা, কালিলৈ পুৱাই আমি যাবগৈ লাগিব। ইয়ালৈ আহোতে ঢকুৱাখনা পোৱাৰ আগৰ পৰাই যিহে কষ্টত নদীৰ ছিগাসমূহ পাৰ হৈ আহিলো। বতৰ বেয়া হ'ব লাগিলে আমি ইয়াৰ পৰা ওলাই যাবই নোৱাৰিম।'

'কালিলৈ থাকো নেকি ইমান খৰখেদাকৈ গ'লে গাঁৱৰ ৰাইজে বেয়া নাপাব জানো? আৰু তোৰ বাবাক ইয়াত অকলে পেলাই থৈ ইমান সোনকালে গুচি যাবলৈ তহঁতৰ বেয়া লগা নাইনে?"

'ইচ্ৰাম, মাইযে কিবোৰ কথা কৈছা! নিজৰ জন্মস্থান গাঁৱত আনি বাবাক সসম্মানে কবৰ দিয়া হ'ল যেতিয়া বাবাক অকলে এইৰ যোৱাৰ প্ৰশ্ন উঠিব পাৰে জানো মা। এমাহৰ পিচত আমি আকৌ আহিবই লাগিব দেখোন। যোৱা ৰাতি কাকীয়ে সকামৰ পিচদিনা আমি যাব পাৰো বুলি কৈছিলেই দেখোন। আমি গ'লে গাঁৱৰ ৰাইজে বেয়া নাপায় দিয়া।'

'নতুন জেওৰা দি বগা কাপোৰ মেলি থোৱা সৌটো তহঁতৰ বাবাৰ আগটো চাচোন। জোনাকৰ পোহৰত ইয়াৰ পৰাই ভালকৈ দেখা পায়। এনেকৈ তহঁতৰ বাবাক কালিলৈকে কেনেকৈ এৰি যাবি?'

'মা, তুমি এই বুঢ়ী বয়সত এইবোৰ ছেণ্টিমেণ্টেল কথা নক'বাচোন। বাবাৰ দৰে আমি চবেইতো এদিন মৰিব লাগিব। ইয়াত এনেকৈ বালিৰ মাজত থাকিব পাৰি নেকি? খাবলৈ পানী নাই, শুবলৈ ঠাই নাই, বাহিৰলৈ যাবলৈ লেট্ৰিন নাই! কালিলৈ পুৱা যে আমাৰ কি অৱস্থা হ'ব! মা, তুমি ওলাবা, কালিলৈ পুৱাই আমি যাব লাগিব।'

'তহঁত সৰু থাকোতে ইয়ালৈ আহিলে যাবই খোজা নাছিলে দেখোন। এতিয়া ডাঙৰ হৈ গাঁও বেয়া পোৱা হ'লি!'

'এইবোৰ কথা এৰা মা। সৰু কালৰ কথা বেলেগ আছিল। তেতিয়াতো আৰু এনেদৰে বালিয়ে চাংঘৰ পুতি পেলোৱা পোৱা নাছিলো! মূঠৰ ওপৰত কালিলৈ পুৱাই তুমি ওলাবা মা। আমি যেনে-তেনে হ'লেও গুৱাহাটী পাবগৈ লাগিব।'

বৌৱেক আৰু ভতিজা দুজনে আৰু কি কথা পাতিলে শুনিবৰ মন নগ'ল মেঘনাথৰ। সৰুৰে পৰা বাপেকক বৰকৈ নোপোৱা ভতিজাক দুজনৰ যে বাপেকৰ প্ৰতি বিশেষ টান নাই এই কথা মেঘনাথে জানিছিল। গুৱাহাটীত ঘৰ লোৱা পাতোতে দুদিন থাকোতে এই কথা মেঘনাথে ভালকৈয়ে উপলব্ধি কৰিব পাৰিছিল। ডাঙৰ ভতিজাক ডাক্তৰজন অলপ আঁকৰা ধৰণৰ, বৰকৈ কথা-বতৰা নকয়। ইঞ্জিনীয়াৰ হোৱা সৰু ভতিজাকৰ মুখখন বৰ চোকা। গুৱাহাটীত নতুন ঘৰ লোৱা পাতোতে সুবিধা পালেই বাপেকক সৰু ভতিজাকটোৱে সমালোচনা কৰা মেঘনাথে শুনিবলৈ পাইছিল। আৰু তুংগীগুত বহি গুৱাহাটীলৈ যাওঁ যাওঁ

কৰি মাকৰ লগত কথা পাতি থকাজন সেই ভতিজাটোৱেই হ'ব বুলি মেঘনাথে অনুমান কৰিব পাৰিছিল। অৱশ্যে মৰাৰ পিচত বাপেকলৈ যি মনোভাৱেই লৈ নাথাকক বালিয়ে পোতা এ ফুট ওখ চাংঘৰত টাউনত ডাঙৰ-দীঘল হোৱা ভতিজা দুজনে বেয়া পোৱাটো স্বাভাবিক বুলি মেঘনাথে ভাবিলে। অহা কালিলৈ পুৱাই যদি সিহঁত গুৱাহাটীলৈ যায়গৈ তাৰ ক'বলগীয়া একো নাই বুলি ভাণ্ডি খৰধৰকৈ তক্তাৰ মজিয়াডোখৰ মচি মেঘনাথে মীৰামৰ সিপাৰে পূব দিশলৈ গুচি আহিল।

পিচদিনা পুৱাই মেঘনাথৰ বৌৱেক, ভতিজাকহঁত গুৱাহাটীলৈ বুলি গ'লগৈ। যোৱাৰ আগতে গিৰিয়েকৰ সমাধিস্থলত চকুলো টুকি বৌৱেকে সেৱা এটা জনাই গ'ল। কাৰকেশ্বৰ, চেঙাৰামহঁতে গুৱাহাটীৰ মানুহখিনিক বিদায় দিবলৈ আহিল। চক্‌ভালে গুৱাহাটীলৈ যোৱা পাৰ্টিৰ লগত লক্ষীমপুৰলৈ যাওঁ বুলি ওলাল। বৌৱেক জীপত উঠিবলৈ যাবলৈ ওলাই কাৰকেশ্বৰৰ ভৰিত হাউলি সেৱা জনালে। জীপলৈ বুলি খোজ লওঁতে গোট খোৱা মাইকী মানুহখিনিয়ে কান্দোনৰ ৰোল তুলিলে। মেঘনাথৰ ঘৈণীয়েকৰ কান্ধত মূৰ গুজি মিচিং কান্দোনৰ সুৰত কথা কৈ বৌৱেকে এবাৰ ভালকৈয়ে কান্দি ল'লে। তেনে এক বিষাদে ভৰা পৰিবেশত বৌৱেক জীপ গাড়ীত উঠাৰ লগে লগে উভটা চামপৰা গাঁৱৰ ধুলি-বালি উৰুৱাই জীপ গাড়ী দুখন গুৱাহাটীলৈ বুলি গ'লগৈ। সোৱণশিৰি নৈৰ মথাউৰিয়েদি উত্তৰ দিশলৈ ধীৰ গতিত আগবঢ়া জীপ গাড়ী দুখন চকুৰে নেদেখা হোৱা পৰ্যন্ত চকুলোৰে চলচলীয়া হোৱা চকুৰে মেঘনাথহঁতে চাই থাকিল।

বৌৱেক গুৱাহাটীলৈ গুচি যোৱাৰ পিচত গাঁৱৰ বেছিভাগ মানুহেই ঘৰা-ঘৰি হ'ল। আগদিনাখনৰ দৰেই মেঘনাথে তুংগীঙত খন্তেক সময় বহি থাকিল। ঘৰৰ ভিতৰত গাঁৱৰ মুনিহ-তিৰোতাই কথা পাতি থকালৈ কাণসাৰ নিদি তুংগীঙৰ পৰাই দেখি থকা শিমলুজোপাৰ তলত নতুন জেওৰাত নতুন বগা কাপোৰ মেলি, থোৱা অতি মৰমৰ ককায়েক ৰঘুনাথৰ সমাধিস্থললৈ সকৰুণ দৃষ্টিৰে মেঘনাথে চাই ৰ'ল। ঢকুৱাখনাৰ স্কুলত আৰু লক্ষীমপুৰ কলেজত মেচত থাকি ককায়েক ৰঘুনাথে পঢ়ি থকা দিনত চাউল, আলু, মাটিমাহ, শুকান মাছ চাইকেলত বান্ধি নি দিয়াৰ দুই-এক দৃশ্য চকুৰ আগত ভাহি উঠি মেঘনাথক আমনি কৰাত লাগিলহি। তেনেবোৰ কথা মনত পেলাই আৰু লাভ নাই বুলি ভাবি ডিঙি ইফাল-সিফাল কৰি মূৰটো জোকাৰি মেঘনাথে ককায়েক ৰঘুনাথৰ সমাধিস্থললৈ একেথৰে সজল চকুৰে চাই ৰ'ল। অতি মৰমৰ ককায়েক ৰঘুনাথৰ সমাধিস্থললৈ চাই থাকি মেঘনাথে ভাবিলে—জীয়াই থাকোতে যিমানেই আমং-মুৰ্কং নকৰক কিয় মৃত্যুৰ পিচত এনেকৈ অকণমান মাটিত সকলো মানুহেইতো অকলশৰে শুই থাকিবগৈ লাগিব! ভগৱানৰ কিয়ে লীলা!মেঘনাথৰ আৰু ভাবিবৰ মন নগ'ল। ভোকে-লঘোণে থকা দুৰ্বল দেহাক ইকৰাৰ বেৰত আঁউজি দি মেঘনাথে জোৰেৰে চকু

মুদি দিলে। বেলিটো ইতিমধ্যে মূৰৰ ওপৰলৈ উঠিবলৈ আৰম্ভ কৰিছিল। বালিয়ে পুতি পেলোৱা উভটা চামপৰা গাঁৱৰ শুধ বগা বালিৰ ওপৰত তেতিয়া বেলিৰ পোহৰ তিৰবিৰাই জিলিকি উঠিবলৈ আৰম্ভ কৰিছিল।

**শব্দ অৰ্থঃ**

আমং-মুৰ্কং— মাটি-টকা, ধন-সম্পত্তিৰ অৰ্থত ইয়াত ব্যৱহাৰ কৰা হৈছে। মিপাক্-অনা মিচিং। তুংগীং- চাংঘৰৰ বাৰাণ্ডা, কাকী- পেহা। বাবাঁই-নানাঁই-খুৰা-খুৰী। আগ গীলুং-সমাধিস্থল। মাম'-বৌ। কাই-ককাই। কিঃ পাৰ-উৰাল। আপং- ঘৰুৱা মদ। পঃৰ আপং— ছাঁই মদ। মিবু- দেওধাই বা পূজাৰী। অকুম-চাংঘৰ। চয়াৰ-মজিয়া, শোৱা ঠাই। কাবান্-বিননি গীত। মীৰাম্-জুহাল। ককদাং-জুহালৰ নামনি অংশ। ৰুঃচৌং-জুহালৰ উজনি অংশ। কুম্দাং-ভেটি। তাগিৰ্-মংগল চোৱা। দদ্গাং- মৃতকক পিণ্ড দিয়া বা শ্ৰাদ্ধ। তুঃপক্ য়াব্গ- চাংঘৰৰ সন্মুখৰ দুৱাৰ। কঃবাং-চাংঘৰলৈ উঠা জখলা। মাগ্ব-ভিনিহি, জোঁৱাই। তুম্ব-বিধৱা। কীবাং-বিচা- সভা। লত্তা-চোতাল।

# জেংৰাই চক লুদুং

খামটো খুলি বৰ দীঘলীয়া চিঠি এখন পালে মোহন চন্দ্ৰ পেগুৱে। প্ৰাথমিক শিক্ষা সঞ্চালকালয়ৰ মুখ্য কাৰ্যালয়ত চাকৰিত যোগদান কৰাৰে পৰা অসমৰ বিভিন্ন ঠাইৰ পৰা এনেধৰণৰ চিঠি মোহন চন্দ্ৰ পেগুৱে পাই আহিছে। বেছিভাগেই চাকৰি প্ৰাৰ্থীৰ। গাঁৱৰ ঘৰৰ আৰ্থিক অৱস্থাৰ কথা লিখি মন্ত্ৰী, এম, এল, এৰ বেকিং নাই— ছাৰে নাচালে আৰু চাওঁতা নাই বুলি বেছিভাগেই এল পি স্কুলৰ শিক্ষকৰ চাকৰি বিচাৰি লিখা চিঠি। সেয়ে বেছিভাগ চিঠিকেই ওপৰে ওপৰে পঢ়ি ফালি পেলাই ডাষ্টবিনত পেলাই দিয়াতো একপ্ৰকাৰ অভ্যাসত পৰিণত হৈছিল মোহন চন্দ্ৰ পেগুৰ।

এইখন চিঠিও ফালি পেলাবলৈকে লৈছিল, কিন্তু কেইবাখিলাও ফুলস্কেপ কাগজত লিখা চিঠিখন ফালি পেলাওঁ বুলি ভাবিও ফালিব নোৱাৰিলে মোহন চন্দ্ৰ পেগুৱে। খামৰ ওপৰত পত্ৰ লেখকৰ ঠিকনা মাজুলীৰ জেংৰাই বুলি লিখা দেখা পোৱাত উৎসুকতাত মোহন চন্দ্ৰ পেগুৰ চিঠিখন পঢ়ি চাবৰ মন গ'ল। পুৱা দহটা বজাত সঞ্চালকালয়ৰ আন কৰ্মচাৰী অফিচলৈ সাধাৰণতে আহি নাপাই বাবে কামৰ হেঁচা কম হোৱাত মাজুলীৰ জেংৰাই মুখৰ পৰা অহা দীঘলীয়া চিঠিখনকে পঢ়ি চোৱা যাওক বুলি ভাবিলে মোহন চন্দ্ৰ পেগুৱে। মিচিং জনজাতিৰ মাজত তেওঁৰ দৰে ডাঙৰ চৰকাৰী বিষয়া শিক্ষা বিভাগত নাই।

যেতিয়া নিজৰে জন্মস্থান মাজুলীত নতুনকৈ স্কুল পতা, স্কুলৰ আধাৰশিলা স্থাপনৰ বাবে আমন্ত্ৰণ জনোৱা, চৰকাৰী অনুদান বিচৰা নতুবা মিচিং ভাষা-সংস্কৃতিৰ ওপৰত গৱেষণাৰ বাবে পৰামৰ্শ বিচৰা ইত্যাদি কথা চিঠিখনত লিখা থাকিব পাৰে বুলি ভাবি কাৰ্যালয়লৈ আন কৰ্মচাৰী অহাৰ আগতে চিঠিখন পঢ়ি লৈ প্ৰয়োজনীয় কথাখিনি নোট কৰি ল'ব লাগিব বুলি ভাবি মোহন চন্দ্ৰ পেগুৱে চিঠিখন পঢ়া আৰম্ভ কৰিলে।

প্ৰতি,

জেংৰাইমুখ, মাজুলী
তাং ৯/৯/৯৯

মহামান্য শ্ৰীযুত মোহন চন্দ্ৰ পেগু চাৰ,

পত্ৰে আন্তৰিক শ্ৰদ্ধা জনালো। গ্ৰহণ কৰিব বুলি আশা ৰ'ল। সুদূৰ মাজুলীৰ জেংৰাইমুখৰ পৰা আপোনালৈ মোৰ মনৰ কিছু কথা লিখিবলৈ ওলাইছো। চিঠিখন সাধাৰণ চাকৰি প্ৰাৰ্থী এজনে লিখা বুলি ভাবি ছাৰে ফালি নেপেলাই যেন। যোৱা

আগষ্ট মাহৰ দ্বিতীয় সপ্তাহৰ বাতৰি কাগজত ছাৰৰ বিপক্ষে বহু কথা আমি ইয়াত পঢ়িবলৈ পাইছো। গুৱাহাটীৰ পৰা প্ৰকাশ পোৱা বাতৰি কাগজ আমাৰ জেংৰাইমুখত বহু পলমকৈ পঢ়িবলৈ পালেও আপোনাৰ বিপক্ষে লিখা কথাখিনি পঢ়ি ছাৰলৈ এই দীঘলীয়া চিঠি লিখাৰ পাতনি মেলিছো। আপোনাক ছাৰ বুলি সম্বোধন কৰি এই চিঠিখন লিখিছো যদিও আচলতে আপুনি সম্পৰ্কত মোৰ কাকাঁ অৰ্থাৎ খুৰাহে হয়। মই আপোনৰ বৰ দেউতাৰ মাজু পুতেক তাবাচন পেগুৰ তিনি নম্বৰ পুত্ৰ। ছাৰৰ কথা ল'ৰালি কালৰে পৰা শুনি আহিছো। চাকৰি বিচাৰি দুবাৰমান আপোনাৰ গুৱাহাটীৰ ঘৰলৈও গৈছিলো। কিন্তু আপোনাক লগ ধৰিব নোৱাৰিলো। আপুনি হেনো পুৱাৰে পৰা চৰকাৰী কামত বৰ ব্যস্ত থাকে। ছাৰক লগ কৰিব নোৱাৰিলেও, চাকৰি নাপালেও, সম্পৰ্কীয় খুৰা এজন ইমান ডাঙৰ অফিচাৰ হ'লগৈ বুলি মই সদায়েই গৌৰৱ অনুভৱ কৰি আহিছো। সেয়ে আপোনাৰ বিপক্ষে লিখা কথা বাতৰি কাগজত পঢ়িবলৈ পাই মনৰ দুখত বহু কথাই ছাৰলৈ লিখিবলৈ লৈছো। মেট্ৰিক পৰীক্ষা দিয়াৰ পাছত এনে দীঘলীয়াকৈ একো কথাই লিখি পোৱা নাই, সেয়ে চিঠিখনত বহু ভুল ওলাব পাৰে। ছাৰে ভুলবোৰ শুধৰাই লৈ পঢ়িব বুলি আশা ৰ'ল।

চিঠিখনৰ আৰম্ভণিখিনি পঢ়ি ফালি পেলাবৰ মন গৈছিল মোহন চন্দ্ৰ পেগুৰ। কিন্তু সম্পৰ্কত তেওঁ খুৰা হয়, বাতৰি কাগজত তেওঁৰ বিপক্ষে লিখা পঢ়ি লিখিছো বুলি লিখা বাবে উৎসুকতা বঢ়াত মোহন চন্দ্ৰ পেগুৱে চিঠিখন ফালি পেলাব নোৱাৰিলে। অৱশ্যে বাতৰি কাগজত তেওঁৰ বিপক্ষে লিখা কথাবোৰলৈ বৰকৈ চিন্তা কৰা বিধৰ বিষয়া তেওঁ নহয়। ক্ষমতাত থকা ব্যক্তি বিশেষৰ লগত সুসম্পৰ্ক থাকিলে নকৰিবলগীয়া বিভাগীয়া চৰকাৰী কাম যে কৰিব পাৰি এই কথা মোহন চন্দ্ৰ পেগুৱে ভালকৈয়ে জানে। খুৰাই যদি হওঁ পুত্ৰ সম পত্ৰ লেখকে সুদূৰ জেংৰাইমুখৰ পৰা ইমান দীঘলীয়াকৈ কিনো লিখিছে বুলি ভাবি মোহন চন্দ্ৰ পেগুৱে চিঠিখন পুনৰ পঢ়া আৰম্ভ কৰিলে।

'বাতৰি কাগজত আপোনাৰ বিপক্ষে লিখা কথাবোৰ ছাৰে ইতিমধ্যে নিশ্চয় পঢ়িছে। তাত লিখা মতে আপুনি বোলে... নহ'লে চাকৰি-বাকৰি নিদিয়েই। আপোনাক লগ পাবলৈ হ'লে তৃতীয় ব্যক্তিৰ যোগেদিহে হেনো লগ পাব পাৰি। কথাবোৰ জানো সঁচা? যদি সঁচা হয় তেন্তে মোৰ বাবে বৰ লাজৰ কথা হ'ব ছাৰ। কাৰণ মই ইমানদিনে আপোনাক মোৰ সম্পৰ্কীয় খুৰা হয় বুলি মোৰ বন্দু মহলত কৈ গৌৰৱ কৰিছিলো। মোক আপুনি আজিলৈকে চাকৰি দিব নোৱাৰিলেও 'মোৰ খুৰা এজন ডাঙৰ অফিচাৰ, ভাল মানুহ, আমাতকৈ আন দুখীয়া ঘৰৰ ল'ৰা-ছোৱালীক মাষ্টৰৰ চাকৰি দি লৈছে। মোক কেনেবাকৈ চাকৰি দিব নোৱাৰিলেও খুৰাই মোক চাব' বুলি মোৰ লগৰীয়াক মই কৈ আহিছিলো। তাৰ

বাবে বহুতৰে বহু মন্তব্য মই শুনিব লগাও হৈছে। সেয়ে বাতৰি কাগজত লিখা কথাবোৰ যদি সঁচা হয় মই আৰু আপোনাক মোৰ সম্পৰ্কীয় খুৰা বুলি পৰিচয় দিবলৈ চাগে টান পাম ছাৰ।

আচলতে এইটো চাকৰিত যোগদান কৰাটোৱেই ছাৰৰ হয়তো ভুল হ'ল। মাজুলীত আপুনি কলেজৰ শিক্ষক হৈ থকাই ভাল আছিল যেন পাওঁ। মই তেনেই সৰু থাকোতেই আপোনাৰ নাম শুনিছিলো। আপুনি হেনো কলেজৰ শিক্ষক হৈ থাকোতে চুবুৰীয়া, মিচিং গাঁৱলৈ গৈ স্কুল-কলেজত পঢ়া ল'ৰা-ছোৱালীৰ পঢ়া-শুনাৰ খা-খবৰ লৈছিল। মেছত থাকি স্কুল-কলেজত পঢ়া ছাত্ৰকো পঢ়া-শুনা ছাৰে চাই দিছিল হেনো। স্কুল-কলেজৰ অনুষ্ঠানত আপুনি ভাল ভাষণ দিয়াৰ উপৰি মিচিং ঐনিতম্ হেনো বৰ ভাল গাইছিল। মিচিং ভাষাৰ উন্নতিৰ বাবে ছাৰে হেনো মিচিং ভাষাত লিখা মেলাও কৰিছিল। আমাৰ মিচিং মানুহৰ সৰ্বতোপ্ৰকাৰ উন্নতিৰ বাবে চিন্তা কৰা সৎ আৰু নিষ্ঠাবান শিক্ষক এজন শিক্ষা বিভাগৰ বিষয়া হোৱাৰ পাছত বাতৰি কাগজত লিখা কথাবোৰৰ দৰে বেলেগ এজন মানুহ হ'লগৈ বুলি ভাবি আমি বৰ মৰ্মাহত হৈছো ছাৰ।'

চৰকাৰী চাকৰিৰ পৰা অৱসৰ ল'বলৈ আৰু মাত্ৰ কেইটামান মাহহে বাকী থাকোতে এনে এখন চিঠি পাম বুলি মোহন চন্দ্ৰ পেগুৱে কেতিয়াও ভবা নাছিল। তামোল এখন মুখত ভৰাই চকু মুদি তেওঁ ভাবিলে— পত্ৰ লেখকে লিখা কথাবোৰতো একেবাৰে মিছা নহয়। অসম শিক্ষা সেৱাৰ চাকৰিত যোগদান কৰা দিনৰে পৰা তেওঁচোন সাধাৰণ চৰকাৰী বিষয়াৰ দৰে হৈ পৰিল। উজনি মাজুলীৰ গেজেৰাব ব্ৰহ্মপুত্ৰৰ পাৰৰ অতি পিছ পৰা মিচিং গাঁও এখনত ভাৰত স্বাধীন হোৱাৰ আগতেই জন্ম গ্ৰহণ কৰি অৰ্থনীতিত স্নাতকোত্তৰ ডিগ্ৰী লোৱা গাঁওখনৰ সৰ্ব প্ৰথম ব্যক্তি হিচাপে তেওঁৰ ওপৰত গাঁওখনৰ বাদেও সমগ্ৰ মাজুলীবাসী মিচিং ৰাইজে কিমানেই যে আশা কৰা নাছিল। স্নাতকোত্তৰ ডিগ্ৰী লৈ উঠিয়েই ৰাইজে আশা কৰা মতে মাজুলীবাসী ৰাইজক শিক্ষিত কৰি তোলাৰ উদ্দেশ্যেৰে স্থানীয় কলেজ এখনত তেওঁ অধ্যাপক হিচাপে যোগদান কৰিছিল। পত্ৰ লেখকে কোৱাৰ দৰে সঁচাকৈয়েচোন তেওঁ কলেজখনৰ ক্লাছকেইটা কৰি উঠিয়েই কলেজখনৰ কাষতে মেছ কৰি থকা মিচিং ছাত্ৰৰ পঢ়া-শুনাৰ খা-খবৰ লৈছিল, গধূলি চুবুৰীয়া মিচিং গাঁৱত গৈ স্কুলীয়া ছাত্ৰ-ছাত্ৰীৰ পঢ়া-শুনা চাই দিছিল। স্কুল-কলেজৰ অনুষ্ঠানবিলাকত ধুনীয়া ঐনিতম্ গাইছিল, মাতৃভাষাৰ উন্নতিৰ বাবে মিচিং ভাষাত লিখা-মেলাও কৰিছিল। আৰ্থ-সামাজিকভাৱে পিছ পৰা মিচিংসকলৰ সৰ্বতোপ্ৰকাৰ উন্নতিৰ বাবে ডেকা বয়সত কলেজত অধ্যাপনা কৰি থাকোতে তেওঁ যে কি কৰা নাছিল!

মুখৰ তামোল চোবাই পিক্‌খিনি বহা চকীখনৰ পিছফালে থকা খিৰিকীয়েদি পাছফাললৈ হাউলি পিৰিক্‌কৈ বাহিৰলৈ পেলাই গল হেকাৰি এটা মাৰি মোহন

চন্দ্ৰ পেগুৱে পুনৰ ভাবিলে— সৎ আৰু নিষ্ঠাবান কলেজৰ ডেকা অধ্যাপক মোহন চন্দ্ৰ পেগুৰ অপমৃত্যু হৈছিল তেতিয়া যেতিয়া বিয়া বাৰু পাতি পাঁচোটা সন্তানৰ পিতৃ হৈ কলেজে দিয়া দৰমহা কেইটাৰে চলা টান হৈ পৰিছিল। পাঁচোটা সন্তানৰ পিতৃ হোৱালৈ তেওঁৰ বয়সে ইতিমধ্যে ভাটি দিছিলেই। কাৰণ তেওঁৰ দিনত বেছিভাগ মিচিং ডেকাই মেট্রিক পৰীক্ষা দি উঠিয়েই বিয়া-বাৰু কৰাইছিল। সেই হিচাপত স্নাতকোত্তৰ ডিগ্রী নোলোৱা পর্যন্ত বিয়া-বাৰু নকৰোৱা বাবে তেওঁক বহুতে ডাংবৰলা বুলি ক'বলৈ আৰম্ভ কৰিছিলেই।

জেংৰাইৰ তৰুলতা দলে বোলা মেট্রিকৰ দেওনা পাৰ হ'ব নোৱৰা ছোৱালীজনীক বিয়া কৰোৱাতহে সেই ডাং বৰলা বুলি মানুহে কোৱা বদনামৰ পৰা তেওঁ হাত সাৰিছিল। তৰুলতাক অৱশ্যে প্ৰেমত পৰিয়েই বিয়া কৰাইছিল। শিক্ষকতা কৰা কলেজখনৰ গাতে লাগি থকা মিচিং গাঁওখনৰ তৰুলতাই কেইবাবাৰো মেট্রিক পৰীক্ষা দিও কৃতকার্য হ'ব নোৱৰাত তাইৰ পঢ়া-শুনা চাই দিবলৈ বাপেকে অনুৰোধ কৰাত প্ৰায়ে গধূলিবেলা তাইৰ পঢ়া-শুনা চাই দিছিল। পঢ়া-শুনা চাই দি উঠি তৰুলতাৰ বাপেকৰ লগত চাংঘৰৰ একেবাৰে মীৰামৰ কাষত বহি তেওঁ পঃৰ আপং খোৱাৰ সুবিধা পাইছিল। পঢ়া-শুনাত এগৰাকী কলেজ অধ্যাপকৰ পৰামর্শ লাভ কৰা সত্বেও তৰুলতাই কিন্তু মেট্রিকৰ দেওনা পাৰ হ'ব নোৱাৰিলে। তাই অৱশ্যে ধুনীয়া মিচিং ঐনিতম্ গাইছিল। তাইৰ নোদোকা অথচ আটিল দেহা দেখি, তাইৰ মুখত মিঠা ঐনিতম্‌ৰ সুৰ শুনি ক'ব নোৱৰাকৈয়ে ডেকা অধ্যাপক মোহন চন্দ্ৰ পেগুৱে তৰুলতাৰ প্ৰেমত পৰিছিল। সেই প্ৰেমেই বিবাহলৈ ৰূপান্তৰিত হৈছিল।

চাকৰিৰ পৰা অৱসৰ ল'বলৈ কেইটামান মাহ বাকী থকা অৱস্থাত অতীতৰ কথাবোৰ মনত পৰি হাঁহি উঠি গ'ল মোহন চন্দ্ৰ পেগুৰ। এই বুঢ়া বয়সত অতীতৰ কথা মনত পেলোৱাত সহায় কৰা বাবে জেংৰাইৰ পৰা অচিনাকি পত্ৰ লেখকৰ দীঘলীয়া চিঠিখনক ধন্যবাদ জনালে পেগুৱে। টেবুলত থকা পানী গিলাচৰ পৰা অলপ পানী খাই চকীখনত হাউলি বহি চিলিঙৰ ফেনখনলৈ চাই অতীতৰ কথাকে পুনৰ স্মৰণ কৰিবৰ মন গ'ল মোহন চন্দ্ৰ পেগুৰ।

তৰুলতা দলেক বিয়া কৰাই সাংসাৰিক হোৱাৰ পাছত বছৰকেইটানো কেনেকৈ বাগৰিল তেওঁ ধৰিবই নোৱাৰিলে। কলেজখনৰ কাষতে তিনি কোঠালিৰ কেঁচা মাটিৰ ঘৰ এটা সাজি সংসাৰ চলাই থাকোতে নিজে ক'ব নোৱৰাকৈয়ে পাঁচোটা সন্তানৰ পিতৃ হৈছিল। সংসাৰখনলৈ পাঁচোটাকৈ নতুন সদস্য অহাত কলেজে দিয়া সামান্য দৰমহাৰ টকাৰে জীয়াই থকাই সমস্যা হৈ উঠিছিল। কলেজ-বিশ্ববিদ্যালয়ত লাভ কৰা অৰ্থনীতিৰ জ্ঞান অসাৰ যেন ভাব হৈছিল। সেই সময়ছোৱাত ঘৈণীয়েক তৰুলতাৰ সম্পৰ্কীয় দদায়েক মহেশ চন্দ্ৰ দলে মাজুলী

সমষ্টিৰ পৰা এম এল এ হৈ ৰাজ্যিক পৰ্যায়ৰ মন্ত্ৰী হৈছিল। আৰু এইগৰাকী মিনিষ্টাৰ মহেশ চন্দ্ৰ দলেয়েই তেওঁক অসম শিক্ষা সেৱাৰ চাকৰিত যোগদান কৰাত সহায় কৰিছিল।

মিনিষ্টাৰ মহেশ চন্দ্ৰ দলেয়ে এবাৰ অধ্যাপক পেগুৰ কলেজখনৰ কাষত থকা তিনি কোঠালিৰ কেঁচা মাটিৰ ঘৰলৈ গধূলি ফুৰিবলৈ আহিছিল। ৰাতিৰ সাঁজ ভাতো খাই গৈছিল। সেইদিনাখনেই অধ্যাপক পেগুৰ অসম শিক্ষা সেৱাৰ চাকৰিত যোগদান কৰাতো প্ৰায় খাটাং হৈ গৈছিল। তিনি কোঠালিৰ কেঁচা মাটিৰ ঘৰটোৰ ড্ৰয়িং ৰুম হিচাপে ব্যৱহাৰ কৰা মাজৰ ৰুমৰ টিমিক-ঢামাক লেম্পৰ পোহৰত বহি আপং খাবলৈ যো-জা কৰোঁতে মিনিষ্টাৰ মহেশ চন্দ্ৰ দলেয়ে কৈছিল,—

'তুমি এনেকৈয়ে শিক্ষকতা কৰি জেংৰাইত সোমাই থাকিম বুলি ভাবিছা নেকি?'

'মানে, মই আপোনাৰ কথা বুজিব পৰা নাই। অলপ বহক, মই এতিয়াই পঃৰ আপং লৈ আনো।'

'বহাহে ক'ত পঃৰ আপং আনিবলৈ যোৱা। তৰুলতাক কোৱা গিলাচ আৰু খোৱা পানী দিবলৈ। পঃৰ আপঙকে কিমান খাবা আৰু। আজি প্ৰফেছাৰৰ লগত বিলাতীকে অলপ ধৰা যাওক। মই লগত লৈ আনিছো।'

সেইদিনা ৰাতি বিলাতী মদ ভালকৈয়ে খোৱা হৈছিল। বিলাতী মদৰ লগত বেছিকৈ জলকীয়া দিয়া শুকান মাছৰ পিটিকা মুখত দি জ্বলাৰ কোবত হো-হো কৰি মিনিষ্টাৰ মহেশ চন্দ্ৰ দলেয়ে পুনৰ কৈছিল,

'আহ্ নাম্‌চাং খাই বৰ ভাল পাইছোহে। মিনিষ্টাৰ হোৱাৰে পৰা নাম্‌চাং খাবলৈ নোপোৱাৰ দৰেই হৈ থাকিলো। অ' তোমাক সোধা প্ৰশ্নৰ উত্তৰ নাপালো যে'।

'আপোনাৰ প্ৰশ্নটো মই বুজিবই নোৱাৰিলো।'

'মানে এই জেংৰাইতে কিমান দিন সোমাই থাকিবা আৰু? মিনিষ্টাৰৰ সম্পৰ্কীয় ছোৱালী বিয়া কৰাই পা-পৰিয়াল আৰু নিজৰ ল'ৰা-ছোৱালীৰ ভৱিষ্যৎ চাব নালাগিব জানো? মই দিছপুৰত খবৰ পাই আহিছো, সেই তোমালোকৰ কলেজৰ প্ৰফেছাৰে গৈ স্কুল ইনিচ্‌পে"ৰ হ'ব পৰা চাকৰি দুটামান ওলাইছে হেনো। আমাৰ ট্ৰাইবেলৰ কাৰণেও ভেকেন্‌চি আছে বুলি গম পাইছো। তুমি চাকৰিটোৰ বাবে এপ্লাই কৰা। মই মিনিষ্টাৰ হৈ থাকোতেই যি পাৰা সুবিধা লোৱা।'

সেই যে ঘৈণীয়েক তৰুলতাৰ সম্পৰ্কীয় মিনিষ্টাৰ মহেশ চন্দ্ৰ দলেয়ে যি পৰামৰ্শ দিছিল তাৰ সুবিধা অধ্যাপক পেগুৱে লৈছিল। আৰু তাৰ বাবেইতো আজি তেওঁ এইখন চকীত বহিব পৰা হৈছেহি। চাকৰি জীৱনৰ শেষ সময়চোৱাত হ'লেও শিক্ষা বিভাগৰ উচ্চতম চকীত বহিবলৈ সুযোগ পোৱাত সহায় কৰা বাবে

এসময়ৰ মিনিষ্টাৰ মহেশ চন্দ্ৰ দলেক মনে মনে আন্তৰিক ধন্যবাদ জনালে অধ্যাপক মোহন চন্দ্ৰ পেগুৱে অতীতৰ কথা ৰোমন্থন কৰি এক বিশেষ আমেজ পাই গাটো সতেজ হোৱাৰ দৰে অনুভৱ কৰি টেবুল থোৱা দীঘলীয়া চিঠিখন অধ্যাপক মোহন চন্দ্ৰ পেগুৱে পুনৰ পঢ়ি গ'ল।

'ছাৰে বহু বছৰ আমাৰ মাজুলীৰ ফালে অহা নাই বুলি শুনিছো। কেতিয়াবা পাৰিলে সপৰিয়ালে এপাক মাৰি যাবহি। আপুনি এৰি যোৱা জেংৰাইৰ কলেজখনৰ বহু পৰিবৰ্তন হ'ল। আজিকালি কলেজখন পকাৰ হ'ল। বিজ্ঞান শাখাও খুলিছে। আপুনি থকা দিনৰ প্ৰিন্সিপাল পেগু ছাৰে কেতিয়াবাই অৱসৰ ল'লে। আপুনি গম পায় চাগে। কলেজখনৰ ওচৰতে তেখেতে ধুনীয়া ঘৰ-বাৰী বনালে। আপোনাৰ লগৰ ছাৰহঁতেও কলেজখনৰ আশে-পাশে ধুনীয়া ধুনীয়া পকা ঘৰ বনাই নিগাজীকৈ বহি গ'ল।

আপুনি মাজুলীলৈ আহিলে খৰালিহে আহিব। অৱশ্যে আপুনিতো মাজুলীৰ সকলো কথা জানেই ছাৰ। তথাপিও কওঁ, যোৰহাট হৈ জেংৰাইমুখ পাবলৈ খৰালি হ'লেও আজিকালি কিছু কষ্ট কৰিব লাগিব ছাৰ। যোৱাটো বানে কমলাবাৰীৰ ব্ৰহ্মপুত্ৰ ঘাটৰ পৰা জেংৰাইমুখ পৰ্যন্ত কেইবা ঠাইতো দলং-ৰাস্তা ভাঙি থৈছে। প্ৰতিটো ছিগা ৰাস্তাতে আপুনি টুলুঙা নাৱত পাৰ হ'ব লাগিব। এই টুলুঙা নাওবোৰত যাত্ৰী পৰ কৰে মিচিং নাৱৰীয়াই। ছাৰে এই মিচিং নাৱৰীয়াবোৰৰ লগত দুআষাৰ কথা পাতিলেই গম পাব বানবিধ্বস্ত মাজুলীৰ মিচিং মানুহৰ অৱস্থাৰ কথা।

মাজুলীলৈ আহিলে জেংৰাই হৈ উজনি মাজুলীৰ গেজেৰাত থকা ছাৰৰ জন্মস্থান গাঁওখনলৈ এপাক গৈ আহিব পাৰিব। গাঁও বুলিবলৈ এতিয়া পিছে একোৱেই নাই। ব্ৰহ্মপুত্ৰই সকলো খহাই নিলে। যিকণ আছেগৈ সেয়াও বালিত পোত গ'ল। গেজেৰাৰ মথাউৰিত গুম্‌টিৰ নিচিনা চাংঘৰ বনাই থকা মিতিৰ-কুটুমকহে আপুনি লগ পাব। আপুনি চাগে এইবোৰ কথা শুনিছে। তথাপিও লিখিছো, কেতিয়াবা আমাৰ ইয়ালৈ আহিলে আমাৰ অৱস্থা দেখি ছাৰে যাতে সচকিত নহয় বুলি ভাবি।

যোৱাবাৰৰ বানপানীয়ে আমাৰ সকলো শেষ কৰি থৈ গ'ল, ছাৰ। মথাউৰিৰ ওপৰত গুম্‌টি যেন লগা চাংঘৰ বান্ধি থকা মানুহবোৰ বনৰীয়া আলু, কঁচু-খাই জীয়াই আছে। মাইকী মানুহখিনিৰ গাত লজ্জা নিবাৰণৰ বাবেহে কোনোৰকম এগে-গাছৰ এযোৰ দেখিবলৈ পোৱা যায়। মতা মানুহ বুলিবলৈ বেমাৰী বুঢ়া মানুহ আৰু ল'ৰা-ছোৱালীবোৰৰ বাদে গেজেৰা অঞ্চলৰ মিচিং গাঁৱত আন মানুহ পাবলৈকে টান হৈছেগৈ ছাৰ। কাম কৰিব পৰা মতা মানুহবোৰ বেছিভাগেই শিৱসাগৰ, যোৰহাট, লক্ষীমপুৰ আদি ঠাইলৈ সংস্থাপন বিচাৰি নতুবা দিন হাজিৰা কৰি ভাত মুঠি যোগাৰ কৰিবলৈ যোৱা হৈছে।

এইবোৰ কথা লিখা বাবে বেয়া নাপাব ছাৰ। তেনে অৱস্থাত পৰিয়েই গেজেৰাৰ পৰা জেংৰাইলৈ আহি মিতিৰ মানুহ এঘৰত থাকি খেতি-বাতিৰ কামত সহায় কৰি দি মই কোনোৰকম ভাত মুঠি খাই আছো। অসমীয়াত মোক হালোৱাও বুলি ক'ব পাৰি যদিও আমাৰ মিচিং মানুহে নিজৰ মানুহক হালোৱা বুলি ক'বলৈ বেয়া পায়। মই গেজেৰা হাইস্কুলৰ পৰাই মেট্ৰিক পাছ কৰিছিলো ছাৰ। পঢ়াত ইমান বেয়া নাছিলো। আৰু পঢ়াৰ ইচ্ছা এটা আছিল। পঢ়া-শুনাত ইমান বেয়া নাছিলো বাবেহে ছাৰলৈ ইমান দীঘলীয়া চিঠি লিখিব পাৰিছো। ঠিকমতে পঢ়ি গৈ থাকিব পৰা হ'লে মই হয়তো ইতিমধ্যে এম এ পাছ কৰিলোগৈহেঁতেন। কাৰণ মোৰ লগৰ কমলাবাৰীৰ যোগেন নাথ বোলা ল'ৰাটো যোৱা বছৰ ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ পৰা বুৰঞ্জী বিভাগত এম এ পাছ কৰিলে বুলি শুনিছো। অৱশ্যে কমলাবাৰীৰ যোগেন নাথহঁতৰ আৰ্থিক অৱস্থাও আমাৰ দৰেই। ছাৰৰ দৰেই সিও ভাগ্যবান চাগে, সেয়ে দুখীয়া ঘৰৰ হৈও সি এম এ পাছ কৰিলেগৈ।

পঢ়া-শুনা কৰিব নোৱাৰি কে'বাটাও বছৰ এনেই পাৰ হোৱাত এল পি স্কুলৰ মাষ্টৰৰ চাকৰিকে পাওঁবা বুলি ভাবি মই আপোনাক লগ কৰিবলৈ আপোনাৰ গুৱাহাটীৰ ঘৰলৈ গৈছিলো। গুৱাহাটীলৈ অহা-যোৱা কৰাৰ বাবে বাছৰ ভাৰা ধাৰত লোৱা মিতিৰ মানুহৰ ঘৰখনতে মই হালোৱাৰ দৰে আছো। গুৱাহাটীলৈ দুবাৰ গৈয়ো আপোনাক লগ কৰিব নোৱৰা কথাটো মই আৰম্ভণিতে উল্লেখ কৰি আহিছিলো। মাষ্টৰৰ চাকৰি আজিলৈকে মোৰ আৰু নহ'ল। অৱশ্যে এল পি স্কুলৰ মাষ্টৰৰ চাকৰিৰ প্ৰতি মোৰ মোহ নাইকিয়া হৈছেগৈ। আমাৰ ইয়াত দেখিছো বিছটামান ল'ৰা-ছোৱালী থকা স্কুলত দহজনমান মাষ্টৰ। বেছিভাগেই আকৌ সময়মতে দৰমহা নাপায়। সেই বিছটামান ল'ৰা-ছোৱালীক পঢ়োৱা দহজনমান মাষ্টৰেও কিন্তু ছাত্ৰ-ছাত্ৰীক নিজৰ নামটোকে অসমীয়াত শুদ্ধকৈ লিখিবলৈ শিকাব পৰা নাই। এইবোৰ স্কুলৰ ল'ৰা-ছোৱালীক স্কুললৈ যোৱা নিৰক্ষৰ ছাত্ৰ-ছাত্ৰীও বুলিব পাৰি ছাৰ।

আজি কালি টাউনত থকা মিচিং মানুহবিলাকে মিচিং ভাষা ক'বলৈকে এৰিছে বুলি শুনি আহিছো। সিদিনা আপোনাৰ ঘৰত গৈ য়াঁয়ীৰ লগত মিচিং ভাষাত মই কথা পাতোতে য়াঁয়ীয়ে অসমীয়াতহে মোৰ লগত কথা পাতিলে। আনৰ মুখে গম পালো আপোনাৰ ল'ৰা-ছোৱালীকেইটাও মিচিং ভাষা নাজানে হেনো। ছাৰৰ ডাঙৰ ল'ৰালৈ মিপাক্ বোৱাৰী আৰু ডাঙৰ জীক মিপাক্ ল'ৰালৈ বিয়া দিয়া বুলি মোৰ বাদেও মাজুলীৰ সকলোৱে জানে অৱশ্যে। ছাৰে মাজুলী এৰাৰে পৰা ল'ৰা-ছোৱালীকেইটাক ইংৰাজী মাধ্যমতহে পঢ়ালে বুলি আমি শুনি আহিছো। সেইকাৰণেহে ছাৰৰ ল'ৰা-ছোৱালীকেইটা ভাল হ'ল বুলি আমাৰ ইয়াত

বহুতে কোৱা শুনো। ছাৰৰ পৰিয়ালৰ কথা আমাৰ ইয়াত ওলোৱাৰ কাৰণ হ'ল আপুনি এতিয়াও আমাৰ ইয়াত জনাজাত। আপোনাৰ কথা প্ৰায় সকলো মাজুলীবাসীয়েই কোৱা মই প্ৰায়েই শুনো।

ছাৰহঁতে মিচিং ভাষা ক'বলৈ এৰাতো আমি অৱশ্যে বৰ ভাল পোৱা নাই। এনেবোৰ কথাত ছাৰে হয়তো অৱস্থাৰ দাস বুলিয়েই আমাক ক'ব। অৰ্থাৎ টাউনত অসমীয়া মানুহৰ লগত থাকিবলগীয়া হোৱাত বাধ্যত পৰি ছাৰহঁতে অসমীয়া ভাষাকেই মাতৃভাষা হিচাপে গ্ৰহণ কৰিলে, নিজৰ সন্তানক ইংৰাজী মাধ্যমত পঢ়ালে আৰু মিচিং অধ্যুষিত অঞ্চলত মিচিং মাধ্যম হ'ব লাগে, মিচিং ভাষা জনাৰ দৰকাৰ বুলি ক'ব। ছাৰহঁতে মিচিং ভাষাৰ ৰোমান লিপিত লিখা কিতাপো মই পঢ়ি চাইছো। এতিয়াও সহজে পঢ়িব পৰা হোৱা নাই অৱশ্যে। অ' আৰু এটা কথা। মিচিং আদাম্ কৌবাঙৰ মাননীয় সভাপতিসকলৰ সন্তানেও বোলে মিচিং ভাষা নাজানে। কথাবোৰ শুনি আমাৰ ৰাইজক আমি ডেকা ল'ৰাবোৰে বুজাব নোৱৰা অৱস্থাত পৰিছো। মাজুলীলৈ আহিলে ছাৰে ৰাইজক বুজাই থৈ যাবহি বুলি আশা ৰ'ল।

মই আৰু মোৰ লগত কেইজনমান নিবনুৱা ডেকা ল'ৰাই ইতিমধ্যে এটা সিদ্ধান্ত লৈ পেলাইছো অৱশ্যে। অসমীয়া মাধ্যমত পঢ়ি আমি এল পি স্কুলৰ মাষ্টৰ মাধ্যমত পঢ়ি আমি এল পি স্কুলৰ মাষ্টৰ চাকৰিটোৰ বাবেও উপযুক্ত নহ'লো। মিচিং ভাষাত পঢ়িব লাগিলে আৰু নিবনুৱা বাঢ়িব পাৰে বুলি ভাবি আমাৰ ইয়াতো ইংৰাজী মাধ্যমত ল'ৰা-ছোৱালীক পঢ়িবলৈ ক'ম বুলি সিদ্ধান্ত লৈছো। অৱশ্যে মিচিং ভাষা বা অসমীয়া ভাষা আমাক লাগে, কিন্তু এই দুটা ভাষাৰে আমাৰ ইয়াৰ ল'ৰা-ছোৱালীয়ে এতিয়া আৰু ভৱিষ্যৎ গঢ়িব নোৱাৰে বুলি আমাৰ দৃঢ় ধাৰণা এটা জন্মিছে। সেয়ে আমি ইংৰাজী মাধ্যমৰ স্কুল এখন আমাৰ ইয়াত খুলিম বুলি সিদ্ধান্ত লৈছো। স্কুলখন খোলা হ'ল চৰকাৰী মঞ্জুৰি বা অনুদান কেনেকৈ পাব পাৰি এই লৈ আলোচনা কৰিবলৈ আমি কেইজনমান নিবনুৱা ডেকা ল'ৰাই গুৱাহাটীলৈ গৈ আপোনাক লগ ধৰিম বুলি ভাবিছো। ছাৰৰ দিহা-পৰামৰ্শ পাম বুলি আশা ৰ'ল।

দীঘলীয়া চিঠিখন পঢ়ি যাওঁতে মোহন চন্দ্ৰ পেগু কিছু উত্তেজিত হৈ পৰিছিল। কোনোবা আত্মীয় হ'ল বুলিয়েই তেওঁৰ ঘৰৰ উদাহৰণ দি চিঠি লিখাৰ অধিকাৰ ক'ত পালে বুলি ভাবি পেগুৰ খং উঠি গৈছিল। খং উঠিলেও মাজুলীৰ ল'ৰাজনে লিখা কথাবোৰ যে ধ্ৰুৱ সত্য এই কথা উপলব্ধি কৰি ইমান দীঘলীয়া চিঠিখনতনো আৰু কি লিখা আছে বুলি পঢ়ি চাবৰ বাবে মোহন চন্দ্ৰ পেগুৰ আগ্ৰহ বাঢ়িল। চিঠিখনৰ ক'ৰবাত দুই-এটা বাক্য গাঁথনি আৰু বানানৰ ভুল থাকিলেও কথাবোৰ কিন্তু ল'ৰাজনে মনৰ দুখত লিখা যেন ভাব হ'ল পেগুৰ।

আজিকালি গাঁৱৰ ল'ৰা-ছোৱালীও যে সংসাৰখনৰ খবৰ ৰাখে এই কথা চিঠিখন পঢ়ি উপলব্ধি কৰাত মোহন চন্দ্ৰ পেগুৰ অসুবিধা নহ'ল। নহ'লেনো বাতৰি কাগজত তেওঁৰ বিপক্ষে লিখা কথাবোৰৰ আঁত ধৰি ইমানবোৰ ভিতৰুৱা ঘৰুৱা কথা লিখিব পৰা ল'ৰা জেংৰাইৰ দৰে ঠাইত ওলাব ক'ৰ পৰা? পেগুৱে ভালদৰেই জানে যে তেওঁৰ দৰে মানুহৰ বাবেই আজি অসমত....। আৰু ভাবিবৰ মন নগ'ল পেগুৰ।

'ছাৰ আপোনাৰ ফোন। ঘৰৰ পৰা বাইদেউৱে বিচাৰিছে।'

দীঘলীয়া চিঠিখনৰ লিখা কথাবোৰ ভাবি ভাবত বিভোৰ হৈ থকা মোহন চন্দ্ৰ পেগুৱে ইমান সময় যে টেবুলৰ টেলিফোনটো বাজি আছিল বুলি ধৰিবই নোৱাৰিলে। ব্যক্তিগত সহায়কজনে কমৰ দুৱাৰ ঠেলি সোমাই আহি কোৱাতহে টেলিফোনত ঘৈণীয়েকে বিচাৰিছে বুলি গম পালে। ঘৰৰ পৰা ঘৈণীয়েকে টেলিফোনত বিচাৰিছে বুলি শুনাৰ লগে লগে টিঙিচকৈ খং উঠি মোহন চন্দ্ৰ পেগুৱে ক'লে,

'মই এতিয়া মিটিঙত ব্যস্ত আছো বুলি বাইদেউৰাক কওক। কিবা ঘৰুৱা দৰকাৰী কথা হ'লে আপোনাক ক'বলৈ ক'ব। নোট কৰি ৰাখিব। আৰু এতিয়া মোক কোনোবাই টেলিফোনত বিচাৰিলে অফিচত আহি পোৱা নাই বুলি ক'ব। অ' ছাৰে বিচাৰিলেহে টেলিফোনটো মোক লগাই দিব। এতিয়া যাওঁক।'

'হ'ব ছাৰ।'

ব্যক্তিগত সহায়কজন কমৰ পৰা ওলাই যোৱাত ঘৈণীয়েকৰ ওপৰত মোহন চন্দ্ৰ পেগুৰ হঠাৎ খং উঠি গ'ল। কেইবাবাৰো পৰীক্ষা দিও মেট্ৰিকৰ দেওনা পাৰ হ'ব নোৱৰা ঘৈণীয়েক তৰুলতাৰ বাবেই যে আজি জেংৰাইৰ অচিনাকি ডেকা ল'ৰা এজনে এইদৰে তেওঁলৈ লিখিবলৈ সাহস কৰিলে এই কথা উপলব্ধি কৰাত মোহন চন্দ্ৰ পেগুৰ অসুবিধা নহ'ল। কলেজৰ শিক্ষকতাৰ চাকৰি এৰি অসম শিক্ষা সেৱাত যোগদান কৰিলেও সমাজ সেৱা কৰাৰহে প্ৰবল ইচ্ছা আছিল মোহন চন্দ্ৰ পেগুৰ। অসমৰ স্কুল-কলেজবিলাকৰ উন্নতি সাধন কৰাৰ উদ্দেশ্য আগত ৰাখিহে তেওঁ এই চাকৰিত যোগদান কৰিছিল যদিও কলেজৰ শিক্ষক হৈ থাকোতে সংসাৰ চলোৱাত অসুবিধা হৈছিল। কিন্তু দিন বাগৰাৰ লগে লগে প্ৰত্যেক কথাত সম্পৰ্কীয় মিনিষ্টাৰ মহেশ চন্দ্ৰ দলেৰ সা-সম্পত্তিৰ লগত নিজৰ সা-সম্পত্তি তুলনা কৰি ঘৈণীয়েক তৰুলতাই মোহন চন্দ্ৰ পেগুক অহৰহ তিৰস্কাৰ কৰি ব্যতিব্যস্ত কৰি তুলিছিল। ফলত অনিচ্ছা সত্ত্বেও সময়ৰ আহ্বান বুলি ভাবি মোহন চন্দ্ৰ পেগুৱে দুৰ্নীতিত লিপ্ত হ'বলগীয়া হ'ল। অৱশ্যে তাৰ বাবে একমাত্ৰ ঘৈণীয়েকক দোষ দিলেই জানো হ'ব? আমাৰ সমাজ ব্যৱস্থা।

আৰু নাভাবো বুলি ভাবিও ইটো-সিটো অসংলগ্ন চিন্তাবোৰে মোহন চন্দ্ৰ পেগুক আমনি কৰাত লাগিলহি। তেওঁ ভাবিলে, জেংৰাইত কলেজৰ শিক্ষক

হৈ থকা হ'লে এতিয়ামানে চাগে অধ্যক্ষই হ'ব পৰা গ'লহেঁতেন। পঃৰ আপং খাই গাঁৱে-ভূঁঞে মেল-মিটিং পাতি মিচিং মানুহৰ উন্নতিৰ বাবে কাম কৰি থোৱা হ'লে ৰাইজে কিমানেই যে সম্মান নজনালেহেঁতেন। জেংবোইত চাংঘৰ এটা সাজি মীৰামৰ কাষত বহি প্ৰতিদিনে গধূলি পঃৰ আপং খাই বন্ধু-বান্ধৱৰ লগত কথা বতৰা হ'ব পৰা হ'লে কিমানেই যে ভাল লাগিলহেঁতেন। আৰু আজি দুৰ্নীতিত লিপ্ত হৈ গুৱাহাটীত অজস্ৰ সা-সম্পত্তি কৰি তেওঁ পাইছে কি? এখন বিবেক বৰ্জিত সমাজৰ সদস্য হৈ আত্মগ্লানিৰ অসুখিয়া দেহ-মনৰ অধিকাৰী হোৱাৰ বাদে তেওঁতো জীৱনত একোৱেই নাপালে। হঠাৎ ভাবুক হৈ পৰা মোহন চন্দ্ৰ পেগুৱে দেহৰ ব্লাড প্ৰেছাৰ আৰু ছুগাৰ বাঢ়িব পাৰে বুলি ভাবি দীঘলীয়া চিঠিখন সোনকালে পঢ়ি শেষ কৰা যাওক বুলি চিঠিখন পঢ়াত লাগিল।

'অ' ইংৰাজী মাধ্যমৰ স্কুল পতা আৰু তেনে স্কুলত আমাৰ ইয়াৰ ল'ৰা-ছোৱালীক পঢ়াম বুলি ভৱা কথা লিখোতে আন এটা কথা লিখিবলৈ পাহৰিয়েই গৈছিলো। এইটো হ'ল, আমাৰ ইয়াৰ বহুতৰে খ্ৰীষ্টিয়ান ধৰ্মৰ প্ৰতি আগ্ৰহ বঢ়া আমি লক্ষ্য কৰিছো ছাৰ। আমাৰ ইয়াৰ কেইবাঘৰো মানুহ ইতিমধ্যে খ্ৰীষ্টিয়ান ধৰ্ম গ্ৰহণ কৰিছে ছাৰ। কথাটো শুনি চাগে আপুনি আচৰিত হৈছে। অৱশ্যে আমাৰ দৰে হতাশাগ্ৰস্ত নিবনুৱাৰ বাবে ইয়াত আচৰিত হ'বলগীয়া একো নাই। অৱস্থাত পৰি ব্যৱস্থা ল'বলৈ ৰাইজে বাধ্যত পৰিছে বুলিয়েই আমি ভাবো। কোনোবা শতিকাত অৰুণাচল প্ৰদেশৰ পৰা ভৈয়ামলৈ নামি আহি উজনি অসমৰ নৈপৰীয়া মিচিং মানুহবোৰ হিন্দু ধৰ্ম গ্ৰহণ কৰিলে বুলি কোৱা হয়। হিন্দু ধৰ্ম গ্ৰহণ কৰা মিচিংসকলৰ ধৰ্মক কেৱলীয়া বা নিশামলীয়া ধৰ্মীয় পন্থাৰ হিন্দু বুলি কোৱা হয় ঠিকেই কিন্তু হিন্দু সমাজত আমাৰ স্থান এতিয়াও অস্পৃশ্য জনজাতিৰ দৰে নহয়নে ছাৰ? মিচিং অধ্যুষিত আমাৰ এই মাজুলীতে কেবাখনো সত্ৰ আছে। আজিলৈকে এই সত্ৰবোৰত মিচিং গোহাঁই-ভকত, আছে বুলি ছাৰে এজনৰো নাম ক'ব পাৰিবনে? মিচিং পৰম্পৰা আৰু হিন্দু ধৰ্মৰ ইটো-সিটো গ্ৰহণ কৰি হিন্দু হোৱা মিচিং মানুহৰ হিন্দু ধৰ্মীয় সমাজত কিবা স্থান লাভ কৰা আজিলৈকে ছাৰে শুনিছেনে? আমাৰ মানুহবোৰৰো চাগে আত্মসম্মানবোধ জাগিছে। খ্ৰীষ্টিয়ান হ'লে আন একো নহ'লেও অন্ততঃ গিৰ্জা ঘৰত উচ্চ-নীচ, ধনী-দুখীয়াৰ ভেদাভেদ পাহৰি একেলগে ঈশ্বৰক উপাসনা কৰিব পৰা যায়।

সত্ৰৰ সত্ৰাধিকাৰ কোনো কালেই হ'ব নোৱাৰিলেও গিৰ্জা ঘৰত ফাদাৰ হ'ব পৰা যাব। ছাৰে নিশ্চয় এই কথা মন কৰিছে যে উত্তৰ-পূব ভাৰতৰ খ্ৰীষ্টিয়ান ধৰ্মী জনজাতিবোৰ হিন্দু ধৰ্মী জনজাতিতকৈও ইতিমধ্যে বহু আগবাঢ়ি গুচি গ'ল। উদাহৰণস্বৰূপে মিজো, নগা, খাচী আদিৰ নাম ল'ব পাৰি। এইবোৰ কথা খ্ৰীষ্টিয়ান ধৰ্ম প্ৰচাৰকসকলে আমাৰ ইয়াৰ মিচিং মানুহক নিশ্চয় কৈছে। নহ'লেনো আমাৰ মানুহ এই ধৰ্মৰ প্ৰতি কিয় আকৰ্ষিত হ'ব?

ইংৰাজী মাধ্যমৰ স্কুলৰ কথা যে মই উল্লেখ কৰি আহিছো, আমাৰ ইয়াত ডনবস্কো স্কুল খুলিলে আমি বাধা নিদিওঁ বুলি ভাবিছো। আমাৰ ল'ৰা-ছোৱালীকো তেনে স্কুলত ইংৰাজী মাধ্যমত পঢ়াত উৎসাহ যোগাম বুলি আমি ইতিমধ্যে সিদ্ধান্ত লৈ পেলাইছো। যোৰহাট, গুৱাহাটী আদি ঠাইত ছাৰহঁতৰ দৰে ডাঙৰ মানুহৰ সন্তানে যদি ইংৰাজী মাধ্যমত তেনে স্কুলত পঢ়ে আমাৰ ইয়াৰ ল'ৰা-ছোৱালীয়ে নপঢ়িব কিয়? আমাৰ ইয়াৰ বহুতে যোৰহাট ডনবস্কোত ইংৰাজী মাধ্যমত ল'ৰা-ছোৱালীক পঢ়াইছে। অবশ্যে অৱস্থাপন্ন কেইঘৰেহে তেনে কৰিছে। যোৱা দুবছৰত দুজনমান কে'বাটাও বিষয়ত লেটাৰসহ প্ৰথম বিভাগত মেট্ৰিক পাছ কৰিছে।

আমি অসমীয়া বা মিচিং ভাষাৰ বিদ্বেষী নহয় কিন্তু ছাৰ। মিচিং ভাষাৰ উন্নতি হোৱাতো আমিও বিচাৰো, লগতে অসমীয়া ভাষাও আমাক লাগে। অসমীয়া নাজানিলে জেংৰাইৰ পৰা গুৱাহাটীলৈ যোৱাটোৱেই আমাৰ বাবে দিগদাৰ হ'বচোন। কিন্তু আমি থিৰাং কৰিছো যে ছাৰহঁতৰ দৰে মানুহৰ ইংৰাজী মাধ্যমত পঢ়া সন্তানক আমাক আৰু শোষণ কৰাৰ সুবিধা নিদিওঁ। ভাৰত স্বাধীন হোৱা পঞ্চাশ বছৰ পাৰ হৈ গ'ল, আমাৰ কিন্তু বিশেষ একোৱেই উন্নতি নহ'ল। আমি ছাৰহঁতৰ দৰে মানুহৰ শোষণৰ বলি হৈ থাকিলো। এনে শোষণৰ প্ৰতিবাদ জনাবলৈও আমি হাতত বন্দুক তুলি নলওঁ, ৰাইজক শিক্ষিত কৰি তুলিয়েই আমি তেনে শোষণৰ পৰা মুক্ত হ'ম বুলি ভাবিছো। মই আৰু মোৰ লগৰ নিবনুৱা কেইজনে ইচ্ছা কৰা হ'লে কেতিয়াবাই বন্দুক হাতত তুলি ল'ব পাৰিলোহেঁতেন। মাজুলীত এভাট এন ইৰ সচিব ঘোষ চাহাবৰ ঘটনাৰ কথা ছাৰে জানেই চাগে। এই ঘটনাৰ আগতে আমিও হাতত বন্দুক তুলি লোৱাৰ প্ৰতি অলপতে আকৰ্ষিত হৈছিলোৱেই। আৰু মোৰ দৰে মাষ্টৰৰ চাকৰি বিচাৰি হাবাথুৰি খাই ফুৰা নিবনুৱা যুৱক এজনে হাতত বন্দুক তুলি লোৱা হ'লে কালৈ প্ৰথমে বন্দুক টোৱালেহেঁতেন আপুনিয়েই ভাবি চাওঁকচোন ছাৰ।

চিঠিখন বহুত দীঘলীয়াকৈ লিখা বাবে বেয়া নাপাব ছাৰ। আমাৰ মিচিং স্বায়ত্ত শাসন পৰিষদৰ বিষয়েও বহুত লিখিবলগীয়া আছিল। পাছলৈ লিখিম বুলি ভাবিছো। আজি দুপৰীয়া ভাত খাই উঠিয়েই লিখিবলৈ আৰম্ভ কৰা এই চিঠিখন আবেলি পথাৰত কাম কৰি আহি মই এতিয়া ৰাতি মীৰামৰ কাষত বহি জুই আৰু চাকিৰ পোহৰত লিখি আছো। অলপ দূৰত মীৰামৰ কাষত বহি কাকীয়ে পঃৰ আপং খাই বহি আছে। পঃৰ আপঙৰ কথা শুনি ছাৰৰ লোভ লাগি গৈছে চাগে। ছাৰে বৰকৈ আপং খাব পাৰে বুলি শুনিছো। এইবাৰ গুৱহাটীলৈ গ'লে কাকীক কৈ ছাৰৰ কাৰণে পঃৰ আপং আৰু গমচ্‌চীং অলপ লৈ যাম বাৰু।

শেষত পুনৰবাৰ ছাৰক অনুৰোধ জনাইছো মোৰ এই দীঘলীয়া চিঠিখন পঢ়ি ছাৰে যেন মোক বেয়া নাপায়। মনৰ দুখত এইখিনি কথা লিখিলো। ভুল

হ'লে ক্ষমা কৰিব। আপোনাৰ দীৰ্ঘায়ু কামনা কৰিলো।

ইতি

আপোনাৰ বাধ্য

শ্ৰীৰমেশ পেগু

জেংৰাইমুখ, মাজুলী

চিঠিখন পঢ়ি উঠি নিজকে বৰ অপৰাধী অপৰাধী যেন লাগিল মোহন চন্দ্ৰ পেগুৰ। লক্ষীমপুৰৰ ফালৰ পৰা কোনোবাই আনি দিয়া বাওধানৰ ৰঙা চাউলৰ ভাত অম্বেপাতৰ লগত ভজা গাহৰি মাংসৰ আঞ্চাৰ লগত তেওঁ অফিচ অহাৰ আগতে ভালকৈয়ে এসাজ খাই আহিছিল। মিচিং মানুহৰ প্ৰিয় বাওধানৰ ৰঙা চাউলৰ ভাত গাহৰি মাংসৰ আঞ্জাৰ সৈতে বহুদিনৰ মূৰত খাবলৈ পোৱাত দেহত ছুগাৰ থকা সত্বেও অলপ বেছিকৈয়ে খাই অহাত চিঠিখন পঢ়ি উঠি মোহন চন্দ্ৰ পেগুৰ বমি বমি ভাব এটা হ'ল। পিয়নক কৈ তামোল এখন আনি খাই চিলিঙত ঘূৰি থকা ফেনখনলৈ ভাবলেশহীনভাৱে চাই থাকি তামোল চোবাই মোহন চন্দ্ৰ পেগুৱে অফিচ ৰুমত অৱশ হৈ বহি থাকিল। ৱাল ঘড়ীত তেতিয়া পুৱা এঘাৰ বাজি গৈছিল।

**শব্দ অৰ্থঃ**

জেংৰাই চক্ লুদং—জেৰাইৰ পৰা কৈছো। ঐনিতম্—মিচিং বনগীত। পঃৰ আপং—ছাই মদ। এগে-গাছৰ—মেখেলা-ছাদৰ। য়াঁয়ী— খুৰী, পেহী। মিপাক্— অনা মিচিং, অসমীয়া মানুহক বুজোবা অৰ্থত। মিৰাম্ -জুইশাল। মিচিং আগম্ কৌবাং— মিচিং সাহিত্য সভা। অম্বেপাত— এবিধ বনৰীয়া শাক।

# বৰাখানা

দেহৰ ওজন কিছু বঢ়া যেন লাগিল হাবিলদাৰ দুৰ্য্যোধন ৰাভাৰ। ঘৰত থকা কেইদিনৰ ভিতৰত বাৰীৰ ঢাপৰ বাঁহৰ জেওৰা নতুনকৈ লগাই যাওঁ বুলি পুৱাৰ পৰা জেওৰা দিয়া কামত লাগি থাকোতে ভাগৰুৱা অনুভৱ কৰি হাবিলদাৰ দুৰ্য্যোধন ৰাভাৰ তেনে ভাব হ'ল। বাৰীৰ ঢাপৰ ওপৰত সৰু-বৰ কেইবাজোপাও শালগছ থকাত পেংকায়কৈ বাঁহৰ নতুন জেওৰা দিব বিচাৰিও দিব নোৱাৰাতা ডাঙৰ শাল গছজোপাক জেওৰাৰ ভিতৰফালে ৰাখি কেংক্ৰেংকায়কৈ জেওৰা দিবলৈ চেষ্টা কৰাৰ বাবে জেওৰা দিয়াত বেছি সময় লোৱা আৰু ভাগৰি পৰা বুলি বিশ্বাস কৰিবলৈ হাবিলদাৰ দুৰ্য্যোধন ৰাভাই টান পালে। দুৰ্গা পূজাৰ বন্ধ কেইটা লগত লগালে ছুটী দুদিনমান বেছিকৈ পোৱা যায় বুলি জানিয়েই পোন্ধৰ দিনৰ নৈমত্তিক ছুটী লৈ চাকৰিত যোগদান কৰাৰ আগতে বাৰীৰ জেওৰা নতুনকৈ লগাই যাওঁ বুলি হাবিলদাৰ দুৰ্য্যোধন ৰাভাই ভাবিছিল।

অসম পুলিচ বেটেলিয়ানৰ হাবিলদাৰ হোৱা বাবেহে ৰাভাই পূজা বন্ধৰ লগত মিলাই পোন্ধৰ দিনৰ নৈমত্তিক ছুটি পাবলৈ সক্ষম হৈছিল। সি নহ'লে বেটেলিয়ান হেড কোৱাৰ্টাৰ নচলে বুলি জনা সত্বেও দুৰ্গাপূজা বন্ধৰ দিন কেইটাক সাঙুৰি ছুটী বিছাৰোঁতে চুবেদাৰ মেজৰ আৰু ৰিজাৰ্ভ ইন্সপে'ৰক তেল মাৰি ছুটী ল'বলগীয়া হৈছিল। বেটেলিয়ানৰ ভাষাত এছ, এম আৰু আৰ, আই বোলা এই বিষয়া দুজনক তেল নামাৰিলে ভগৱানেও নিজৰ ইচ্ছা পূৰ্ণ কৰিব নোৱাৰে বুলি বেটেলিয়ানৰ চিপাহী-হাবিলদাৰখিনিয়ে জানে বুলি দুৰ্য্যোধন ৰাভাই হাবিলদাৰ হোৱাৰ বহু আগৰ পৰাই জানিছিল। চিপাহীৰ পৰা হাবিলদাৰ হ'বলৈ খুউব ক'মেও পোন্ধৰ-বিশ বছৰ চিপাহীৰ চাকৰি কৰিব লাগে। ওঠৰ বছৰ চিপাহী চাকৰি কৰি হাবিলদাৰ হোৱা দুৰ্য্যোধন ৰাভাৰ এছ, এম আৰু আৰ, আই নামৰ দুগৰাকী বিষয়াক তেল মৰাৰ কায়দা শিকিবলৈ বাকী নাথাকিল। এছ, এম, আৰু আৰ, আইক তেল মাৰিবলৈ হ'লে তেওঁলোকৰ জাত-পাত, স্বভাৱ-চৰিত্ৰ জানি লোৱাতো দৰকাৰ। বামুণ, কলিতা জাতীয় হ'লে বহু কষ্টত উপাৰ্জন কৰা দৰমহাৰ ভাগ দি দিবলগীয়া হয়। আহোম, কছাৰী, জাতীয় এছ, এম আৰু আৰ, আই হ'লে এটা বিলাতী মদৰ বটল আৰু এটা মুৰ্গীতেই কাম আদায় কৰি ল'ব পাৰি। শিৱসাগৰৰ ফালৰ আহোম এছ, এম আৰু ডিব্ৰুগড়ৰ ফালৰ সোণোৱাল কছাৰী আৰ, আই পোৱা বাবে আমি একেই মঙ্গোলীয় জাতিৰ মানুহ বুলি বিলাতী মদ এবটল আৰু এটা মুৰ্গী দিয়েই হাবিলদাৰ দুৰ্য্যোধন ৰাভাই পূজা বন্ধ সাঙুৰি পোন্ধৰ দিনৰ ছুটীত আহিছিল।

বাৰীৰ ঢাপত বাঁহৰ নতুন জেওৰা দি ভাগৰুৱা যেন ভাব অহাৰ লগে লগে হাবিলদাৰ দুৰ্য্যোধন ৰাভাৰ মনত পৰিল ঘৈণীয়েক যমুনা ৰাভাই নিজ হাতে বনাই দিয়া মাখাম চিথাৰে ভৰা কাঁহৰ বাটিটোলৈ। পূজাৰ বন্ধকেইটা লগাই পোন্ধৰ দিনৰ কেজুৱেল লিভত অহা দিনাৰে পৰা ঘৈণীয়েক যমুনাই হাবিলদাৰ দুৰ্য্যোধন ৰাভাক মাখাম চিথা আৰু ঘৰৰ মুৰ্গী মাংসৰে ভাত খুৱাই বহুদিনৰ মূৰত ঘৰলৈ অহা নিজ পেটৰ পোৱালিৰ দৰে মৰম কৰা বাবে ক'ব নোৱাৰাকৈয়ে তাৰ দেহৰ ওজন বাঢ়ি গৈছে। বহুদিন মানে বছৰৰ মূৰত সি ছুটীত এবাৰ ঘৰলৈ আঁহে আৰু ঘৰলৈ অহা মানেই খাই-শুই দিনবোৰ কটোৱাৰ দৰে হয়। বয়স কিছু হোৱা বাবে এইবাৰ দায়িত্বজ্ঞান বঢ়াৰ দৰে হোৱাত বাৰীৰ চাৰিওফালে বাঁহৰ নতুন জেওৰা ছুটীত থকা কেইদিনতে দি যাওঁ বুলি হাবিলদাৰ দুৰ্য্যোধন ৰাভাই পুৱাবেলা কামত লাগি গৈছে। পুৱা ৰাং ছ্যং ওলোৱাৰ আগতে বাৰীৰ জেওৰা দিয়া কামত লাগি থাকোতে ৰাং ছ্যংটো মূৰৰ ওপৰলৈ গতি কৰিবলৈ লওঁতে জীয়েক প্ৰভাৱতী ৰাভাই লেডী চাইকেলত উঠি ধূপধৰা কলেজলৈ ওলাই যোৱা হাবিলদাৰ দুৰ্য্যোধন ৰাভাই লক্ষ্য কৰিলে।

এইবাৰ দীঘলীয়া ছুটীত ঘৰলৈ আহি পায়েই পিছদিনা ধূপধৰা টাউনৰ পৰা জীয়েক প্ৰভাৱতীলৈ বুলি হাবিলদাৰ দুৰ্য্যোধন ৰাভাই নতুন লেডী চাইকেল এখন কিনি দিছিল। তাৰ অগোচৰে জীয়েক প্ৰভাৱতী গাভৰু হ'ল আৰু বাপেক হিচাপে কোনো অৱদান নথকাকৈয়ে তাই কলেজ পালেগৈ যেতিয়া মাক আৰু জীয়েকৰ দাবীমতে হাবিলদাৰ দুৰ্য্যোধন ৰাভাই কলেজলৈ অহা-যোৱাৰ বাবে জীয়েক প্ৰভাৱতীক লেডী চাইকেল এখন দৰমহাৰ সাঁচতীয়া ধনেৰে কিনি দিছিল। যোৱাবাৰ ছুটীত আহোঁতেই ঘৈণীয়েক যমুনা ৰাভাই হাবিলদাৰ দুৰ্য্যোধন ৰাভাক লেডী চাইকেলৰ কথা কৈছিল।

"কলেজলৈ অহা-যোৱা কৰিবৰ বাবে প্ৰভাক লেডী চাইকেল এখন কিনি দিব লাগিছিল। ঘৰৰপৰা পাঁচ কিলোমিটাৰ খোজ কাঢ়ি কলেজলৈ অহা-যোৱা কৰিবলৈ তাইৰ কষ্ট হৈছে।"

"কলেজ মানে? তাই কেতিয়া কলেজ পালেগৈ?"

"বাপেকটো হৈ ঘৰত কি হৈ আছে একেবাৰে খবৰ নাৰাখচোন। তাই এইবাৰ ধূপধৰা কলেজত নাম লগাইছে। তোলৈ চিঠিত জনাইছোঁ বুলি তাই কৈছিলচোন।"

জীয়েক প্ৰভাৱতীৰপৰা মেট্ৰিক পাছ কৰাৰ খবৰ জনাই এখন চিঠি অৱশ্যে হাবিলদাৰ দুৰ্য্যোধন ৰাভাই বেটিলিয়ান হেড কোৱাৰ্টাৰত থাকোতে পাইছিল। কিতাপৰ ছপা আখৰকে পঢ়িবলৈ টান পাই কোনোৰকম ক্লাছ এইটলৈ পঢ়ি বেটেলিয়ানৰ চিপাহী চাকৰিত সোমোৱা হাবিলদাৰ দুৰ্য্যোধন ৰাভাই জীয়েক

প্ৰভাৱতীৰ হাতৰ আখৰত অহা চিঠি পঢ়াৰ ধৈৰ্য নাছিল। অৱশ্যে হাবিলদাৰ হিচাপে সময়ো নাছিল। জুটিয়াই মেলি পঢ়ি জীয়েক মেট্ৰিক পাছ কৰিছে বুলি গম পায়েই পিছত পঢ়িম বুলি গাৰুৰ তলত সোমোৱাই থোৱা জীয়েক প্ৰভাৱতীৰ চিঠিখন হাবিলদাৰ দুৰ্য্যোধন ৰাভাৰ দ্বিতীয় বাৰ আৰু পঢ়ি চোৱা হৈ নুঠিল। কলেজলৈ অহা-যোৱা কৰিবলৈ লেডী চাইকেল এখন জীয়েক প্ৰভাৱতীক লাগে বুলি জনা হ'লে সি বহু আগতেই কিনি দিব পাৰিলেহেঁতেন বুলি ভাবি অপৰাধী ভাৱত হাবিলদাৰ দুৰ্য্যোধন ৰাভাই ঘৈণীয়েক যমুনালৈ চাওঁতে ঘৈণীয়েকে পুনৰ ক'লে, "বছৰৰ মূৰত ঘৰলৈ আহিছ, এই বুঢ়া বয়সত কিবোৰ ভাবিছনো? প্ৰভাক কলেজলৈ অহা-যোৱা কৰিবলৈ লেডী চাইকেল এখন লাগে বুলিছে। মই কোৱা কথা শুনা নাই নেকি।"

"শুনিছোঁ।"

"পিছে কি ভাবি আছ?"

"একো ভবা নাই। তাইযে কলেজ পালেগৈ, তাকেই ভাবি আছোঁ।"

"তাইৰ লগৰ কেইজনীৰ বাপেকবোৰে খেতি কৰিও চাইকেল কিনি দিছে। চাকৰি কৰা বাপেক হৈও এতিয়ালৈকে তাইক চাইকেল কিনি দিয়া নাই বুলি তাই মোৰ আগত আপত্তি কৰি থাকে। সোনকালে প্ৰভাক লেডী চাইকেল এখন কিনি দিলে ভাল হয়।"

"মই আজিয়েই ধূপধৰা বজাৰৰ পৰা কিনি আনি দিম। পূজালৈ আৰু এসপ্তাহ আছে। পূজাৰ আগতে তাই কলেজলৈ চাইকেলত অহা-যোৱা কৰিব পাৰিব।"

কথামতে হাবিলদাৰ দুৰ্য্যোধন ৰাভাই জীয়েক প্ৰভাৱতীলৈ বুলি লেডী চাইকেল এখন ধূপধৰাত থকা মাৰোৱাৰী চাইকেল দোকানখনৰপৰা কিনি আনি দিছিল। চাইকেল কিনি অনা দিনাখন ঘৰখনৰ সকলোৰে মন উৎফুল্লিত হৈ পৰিছিল। জীয়েক প্ৰভাৱতীয়ে চোতালত নতুন লেডী চাইকেলখন চলাই চাওঁতে ক্লাছ নাইনত পঢ়া ভায়েক ৰাতুলে পিছে পিছে দৌৰিছিল। সিও চলাই চাওঁ বোলোতে বায়েক প্ৰভাৱতীয়ে তাক নতুন লেডী চাইকেলখনত হাত দিবলৈকে মানা কৰিছিল। বায়েক-ভায়েকৰ মাজত এক প্ৰকাৰ কাজিয়াই হৈছিল। ঘৈণীয়েক যমুনাৰ লগত ঘৰৰ বাৰান্দাত বহি হাবিলদাৰ দুৰ্য্যোধন ৰাভাই নতুন লেডী চাইকেলখনক লৈ পুতেক-জীয়েকৰ টনা-আঁজোৰা চাই আমোদ পাইছিল। পুতেক ৰাতুলকো চলাই চাবলৈ দিবৰ বাবে জীয়েকক হাবিলদাৰ দুৰ্য্যোধন ৰাভাই ঘৰৰ বাৰান্দাত বহিয়েই কৈছিল,

"ৰাতুলকো অলপ চলাই চাবলৈ দে অই প্ৰভা।"

"সি ভালকৈ চাইকেল চলাব নাজানে। এনেই চলাওঁ চলাওঁকৈ মোক দিগদাৰ দি আছেহি।"

চোতালত চাইকেল চলাই থাকিয়েই বায়েকে কোৱা কথা শুনি ভায়েক ৰাতুলে তাইৰ পিছে পিছে দৌৰি থাকি ক'লে,

"ই, এতিয়া মই চাইকেল ভালকৈ চলাব নজনা হৈ থাকিলোঁ! তোক কিবা বস্তু লাগিলে খুৰাৰ চাইকেলখন লৈ ধূপধৰাৰ পৰা ফটককৈ লৈ আন বুলি হ'লে পঠিয়াই থাক। এতিয়া মইহে ভালকৈ চাইকেল চলাব নজনা হ'লো।"

"তইতো লেডী চাইকেল চলাই পোৱা নাই। খুৰাৰ চাইকেলখন চলাওঁতে তোক দেখিছোঁ নহয়, যিহে জোৰত চলাব। মোৰ চাইকেলখন তোক চলাবলৈ দিব নোৱাৰোঁ, তই জোৰত চলাই বেয়া কৰি দিবি।"

"লাহে লাহে চলাম, দেচোন এবাৰ চলাই চাওঁ।"

ভায়েকৰ কাতৰ অনুৰোধ এৰাব নোৱাৰি প্ৰভাৱতীয়ে তাক নতুন লেডী চাইকেলখন চলাই চাবলৈ দিলে। চাইকেলখনত উঠি লৈয়েই ৰাতুলে চোঁ-ছোৱাই চোতালত তীব্ৰ গতিত চলাবলৈ আৰম্ভ কৰিলে। কেইবা পাকো তীব্ৰ গতিত চোতালত ঘূৰি ব্ৰেক মাৰি চাইকেলখন ৰখাই দিয়াত চোতালৰ মাটিত চাইকেলখনৰ পিছৰ চকা চোঁচৰি গ'ল। তাকে দেখি দৌৰ মাৰি আহি প্ৰভাৱতীয়ে তাৰ পৰা চাইকেলখন কাঢ়ি লৈ ক'লে,

"ইচ্ ৰাম, তই এতিয়া নতুন চাইকেলখন বেয়া কৰি দিবি। মই কৈছিলোৱেই নহয় তই ভালকৈ চাইকেল চলাব নাজান বুলি!"

"তোৰ চাইকেলখন চলাবলৈ বৰ মজাৰ। এইবাৰৰ পৰা তোৰ বস্তু ধূপধৰাৰ পৰা আনিবলৈ হ'লে এইখনকে দিবি।" চাইকেলখন এৰি দি বায়েকলৈ দুষ্টামীভৰা চকুৰে চাই ৰাতুলে ক'লে।

"হয়, হয় তোক মই এইখন চাইকেল লৈ দোকানলৈ যাবলৈ দিম! কলেজলৈ অহা-যোৱা কৰিবৰ বাবেহে দেউতাই এইখন চাইকেল মোক কিনি দিছে।'

"হ'ব তেতিয়াহ'লে। এইবাৰৰ পৰা তোৰ বস্তু আনি দিবলৈ দোকানলৈ নপঠালেই হ'ল!"

"নালাগে দে। মই কলেজলৈ অহা-যোৱা কৰোঁতেই মোৰ দৰকাৰী বস্তু কিনি ল'ম।"

"অ' নতুন চাইকেলখন পাই বৰ বাহাদুৰী হৈছে। তোকো চাই ল'ম ৰ।"

পুতেক-জীয়েকৰ কথাবোৰে শুনি হাবিলদাৰ দুৰ্য্যোধন ৰাভাৰ হাঁহি উঠি গৈছিল। পুতেক ৰাতুলে তীব্ৰ গতিত চোতালৰ চাৰিওফালে কেইবাপাকো নতুন লেডী চাইকেলখন চলাওঁতে ল'ৰালি কালত প্ৰথম চাইকেল চলাবলৈ শিকাৰ কথা হাবিলদাৰ দুৰ্য্যোধন ৰাভাৰ হঠাৎ মনত পৰিছিল। পুতেক ৰাতুলে তাৰ বায়েকৰ লগত চাইকেলখনক লৈ কথাৰ কটা-কটি কৰা সুৰতো হাবিলদাৰ

দুৰ্য্যোধন ৰাভাই নিজৰ লগত মিল থকা যেন পালে। বাপেক চাই পুতেক হ'বই বুলি ভাবি হাবিলদাৰ দুৰ্য্যোধন ৰাভাই আত্মতুষ্টি লাভ কৰিলে। জীয়েক প্ৰভাৱতীলৈ বুলি নতুন লেডী চাইকেলখন কিনি আনোতে ধূপধৰা বজাৰৰ পৰা হাবিলদাৰ দুৰ্য্যোধন ৰাভাই ৰাতিৰ সাজ ভাত ভালকৈ খাবৰ বাবে পাঠা মাংসও লৈ আনিছিল। ঘৈণীয়েক যমুনাই জাকৈ মাৰি অনা মাচ আৰু পাঠা মাংসৰে সেইদিনা ৰাতি ভালকৈয়ে এসাজ ভাত খোৱা হ'ল। ঘৈণীয়েক যমুনাই দিয়া পকা মাখাম চিথা খাই পাঠা মাংস আৰু মাছৰ লগত পুতেক-জীয়েক আৰু ঘৈণীয়েকৰ লগত একেলগে বহি ৰাতিৰ ভাত মুঠি খাওঁতে বেটেলিয়ান হেড কোৱাৰ্টাৰত যেন বৰাখানাহে খাইছে, তেনে লাগিছি হাবিলদাৰ দুৰ্য্যোধন ৰাভাৰ। ভাত খাই উঠি পুতেক-জীয়েক শুৱাৰ পিছত বিছনাত পৰোঁতে ঘৈণীয়েক যমুনাই তাৰ গাৰ কাষলৈ চাপি অহা হাবিলদাৰ দুৰ্য্যোধন ৰাভাই লক্ষ্য কৰিছিল। জীয়েক প্ৰভাৱতী গাভৰু হোৱা দিনৰ পৰা ঘৈণীয়েক যমুনাৰ কাষ চাপিবলৈ হাবিলদাৰ দুৰ্য্যোধন ৰাভাৰ লাজ লগা যেন ভাব এটা হৈ আহিছিল। তাতে বয়সেও দেহৰ জোৰ কমাই আনিছিল। বেটেলিয়ানত অকলশৰীয়াকৈ গাত জোৰ থকা দিনবোৰ পাৰ কৰি আহি, ৰাতি অকলশৰীয়াকৈ শুৱাৰ অভ্যাস হৈ পৰাত ঘৈণীয়েক যমুনাই তাৰ কাষ চাপি অহাত হাবিলদাৰ দুৰ্য্যোধন ৰাভাই কোনো উত্তেজনা অনুভৱ নকৰিলে। বৰঞ্চ আবেলি জাকৈ মাৰি অহা ঘৈণীয়েক যমুনাৰ গাত লাগি থকা বোকাপানীৰ গোন্ধ নাকত লগাত হাবিলদাৰ দুৰ্য্যোধন ৰাভাৰ অসহ্যহে লাগিল। তাৰ গাৰ কাষলৈ চাপি অহা ঘৈণীয়েক যমুনাক আঁতৰাই নিদি হাবিলদাৰ দুৰ্য্যোধন ৰাভাই ওপৰমুৱাকৈ নিশ্চুপ হৈ বিছনাত পৰি থাকিল। গিৰিয়েক টোপনি গৈছে বুলি ভাবি তাৰ বুকুত সোঁহাতখন থৈ গভীৰ টোপনিত ঘৈণীয়েক যমুনাই টোপনি নোযোৱা পৰ্যন্ত হাবিলদাৰ দুৰ্য্যোধন ৰাভাই টোপনি যাব পৰা নাছিল। গভীৰ টোপনি যোৱা ঘৈণীয়েক যমুনাৰ সৰল মুখখন আন্ধাৰতে খেপিয়াই চাওঁতে হাবিলদাৰ দুৰ্য্যোধন ৰাভাক অতীতবোৰে আমনি কৰিছিলহি।

তিনিমাহৰ ছুটীত আহি বিয়া পাতি ঘৈণীয়েক যমুনাক এৰি থৈ ডিউটিলৈ ঘূৰি যোৱাৰ সময়ত যে তাৰ মনটো কেনে লাগিছিল। চাকৰি এৰি দিবৰে মন গৈছিল! বৰঞ্চ ঘৈণীয়েক যমুনাইহে বুজাই-মেলি তাক পুনৰ ডিউটিত যোগদান কৰাইছিল। ডিউটিত যোগদান কৰি হাবিলদাৰ দুৰ্য্যোধন ৰাভাৰ দিনবোৰ নাযায়-নুপুৱাই যেন লাগিছিল। অনবৰত ঘৈণীয়েকলৈ মনত পৰাত উকা উকা ভাবে তাক খুলি খুলি খাইছিল। সুযোগ-সুবিধা পালেই সি ছুটী লৈ ঘৰলৈ আহিছিল। ঘৰলৈ আহি ঘৈণীয়েকক এৰি ডিউটিলৈ ঘূৰি যাবৰ মন নোযোৱাত সি যে বেটেলিয়ান হেড কোৱাৰ্টাৰত কিমান শাস্তিৰ সন্মুখীন হৈছিল, এইবোৰ কথা ভাবিলে এতিয়া হাবিলদাৰ দুৰ্য্যোধন ৰাভাৰ হাঁহি উঠি যায়। আৰু একেজনী

বৈণীয়েক এতিয়া তাৰ গাৰ কাষ চাপি শুলেও হাবিলদাৰ দুৰ্য্যোধন ৰাভাই কোনো উত্তেজনা অনুভৱ নকৰে।

জীয়েক প্ৰভাৱতীয়ে নতুন লেডী চাইকেল চলাই কলেজলৈ যাওঁতে ঢাপৰ জেওৰা দিয়া বাদ দি জীয়েকক চকুৰে নমনা পৰ্যন্ত চাই থাকি পুৰণি কথাবোৰ ভাবি থাকোতে হাবিলদাৰ দুৰ্য্যোধন ৰাভাৰ হাঁহি উঠি গ'ল। এসময়ৰ নাৎকা দুৰ্য্যোধন ৰাভা আজিকালি বোকা হৈ গ'ল বুলি নিজকে ভাবি সি পুনৰ জেওৰা দিয়া কামত লাগিল। বেটেলিয়ানৰ চাকৰিৰ পৰা অৱসৰ ল'লে বাৰীৰ ঢাপৰ শালগছ-কেইজোপাৰে নতুন ঘৰ এটা বনোৱা আৰম্ভ কৰিব লাগিব বুলি ভাবি বাৰীৰ সীমাৰ ভিতৰত পৰাকৈ ডাঙৰ শালগছ জোপাৰ কাষেদি কেংক্ৰেংকায়কৈ হ'লেও হাবিলদাৰ দুৰ্য্যোধন ৰাভাই জেওৰা দিয়াত লাগিল।

বাৰীৰ ঢাপত থকা পাঁচজোপামান শালগছ বেছ ডাঙৰ হোৱা হাবিলদাৰ দুৰ্য্যোধন ৰাভাই লক্ষ্য কৰি থৈছিল। পাঁচজোপা শালগছৰ তিনিজোপা বিক্ৰী কৰিব পাৰিলে যথেষ্ট টকা পোৱা যাব বুলিও সি আন্দাজ এটা কৰি লৈছিল। তিনিজোপা শালগছ বিক্ৰী কৰি পোৱা টকা আৰু কিছু জমা কৰি ৰখা টকাৰে ঘৰটো মেৰামতি কৰি পেলাব লাগিব বুলি হাবিলদাৰ দুৰ্য্যোধন ৰাভাই বহুদিনৰপৰাই ভাবি আছিল। জীয়েক প্ৰভাৱতী গাভৰু হৈ কলেজ পালেগৈ যেতিয়া বাঁহ-খেৰৰ ইমান পুৰণি ঘৰত থকাটো বেটেলিয়ানৰ হাবিলদাৰ হিচাপে দুৰ্য্যোধন ৰাভাৰ সন্মানৰ প্ৰশ্ন বুলি সি মনে মনে ভাবিলে। পাঁচজোপা ডাঙৰ শালগছৰ তিনিজোপা বিক্ৰী কৰি দুজোপা নিজৰ ঘৰ বনোৱাত লগাব লাগিব বুলি হাবিলদাৰ দুৰ্য্যোধন ৰভাই মনস্থ কৰি ছুটী শেষ হোৱাৰ আগতে গছ কিনা গ্ৰাহক বিচাৰিব লাগিব বুলি ঠিক কৰি পেলালে। আজিকালি বাৰীৰ গছ বিক্ৰী কৰিবলৈও বনবিভাগৰ অনুমতি ল'ব লাগে বুলি হাবিলদাৰ দুৰ্য্যোধন ৰাভাই জানে। পিছে বেটেলিয়ানৰ প্লেটুনত থাকোতে অসম অৰুণাচল প্ৰদেশ, অসম-ভূটান সীমান্তত জংঘলৰ পৰা বিয়াগোম গছ কাঠৰ চোৰাং কাৰবাৰ কৰা মানুহে কাটি নিয়া সি নিজ চকুৰে দেখিছে। এনেবোৰ কথাত বনবিভাগে যে দেখিও নেদেখা ভাও জোৰে এই কথাও হাবিলদাৰ দুৰ্য্যোধন ৰাভাই জানে। সেয়ে বনবিভাগৰ অনুমতি নোলোৱাকৈ বাৰীৰ ঢাপৰ তিনিজোপা শালগছ বিক্ৰী কৰিব পাৰিব বুলি হাবিলদাৰ দুৰ্য্যোধন ৰাভাই ভাবিলে। বনবিভাগ বুলিবলৈ দুজনমান স্থানীয় ফৰেষ্ট গাৰ্ডেহে সিহঁতৰ গাঁৱৰ ফালে কেতিয়াবা আহে বুলি হাবিলদাৰ দুৰ্য্যোধন ৰাভাই শুনিছে। ডাঙৰ বিষয়া উগ্ৰপন্থীৰ ভয়ত জংঘলৰ ফালে মুখ নকৰা হৈছে বুলি সি অৱশ্যে কেইবাবছৰৰো আগৰ পৰাই জানে। বাৰীৰ শালগছ কাটি বিক্ৰী কৰিবলৈ স্থানীয় ফৰেষ্ট গাৰ্ডকেইটাক দুবাটিমান মাখাম ছিথা আৰু দুটামান টকা দিলেই হৈ যায় বুলি হাবিলদাৰ দুৰ্য্যোধন ৰাভাক গাঁৱৰ মানুহবোৰে কৈছে। বেছি দিগদাৰ কৰিলে সিহঁতক উগ্ৰপন্থীক লগাই দিম বুলি

ধমকো দিব পাৰি হেনো। কাৰণ উগ্ৰপন্থীৰ ভয়ত সকলোৱে থাকে যদিও কাঠৰ চোৰাং কাৰবাৰ কৰা মানুহক এই ফৰেষ্ট গাৰ্ডবোৰে সহায় কৰিবলৈ এতিয়াও এৰা নাই। অৱশ্যে কাঠৰ চোৰাং কাৰবাৰ কৰা মানুহৰ টকাৰ ভাগ উগ্ৰপন্থীয়েও পায় বুলি হাবিলদাৰ দুৰ্য্যোধন ৰাভাই শুনিছে; কথাটো কিমানদূৰ সত্য সি হ'লে নাজানে।

এনেবোৰ কথা ভাবি থাকোতে ঘৈণীয়েক আহি তাৰ কাষত বহি ক'লে,

'অথনিৰেপৰা বাৰান্দাত বহি কি কথাবোৰ ভাবি আছনো? ছুটী শেষ হ'বৰ হ'ল নেকি?'

ছুটী শেষ হৈ চাকৰিত যোগদান কৰিবলৈ যাবৰ হ'লে হাবিলদাৰ দুৰ্য্যোধন ৰাভা ভাবুক হৈ পৰে বুলি বিয়া হোৱা দিনাৰেপৰা ঘৈণীয়েক যমুনাই জানে বাবে তেনে সন্দেহ কৰি প্ৰশ্ন কৰাত তাৰ হাঁহিয়েই উঠি গৈছিল। ঘৈণীয়েকৰ আগত হাঁহি নামাৰি গহীন ভাবত হাবিলদাৰ দুৰ্য্যোধন ৰাভাই চোতালখনলৈ চাই ক'লে,

'পূজাৰ বন্ধৰ আগে-পিছে সাতদিনমানকৈ লগাই পোন্ধৰ দিনৰ ছুটিত আহিছোঁ। চাকৰিত যোগদান কৰিবলৈ যাবলৈ বহুদিন বাকী আছে। ছুটী শেষ হোৱাৰ আগতে কিবা এটা কাম কৰিম বুলি ভাবি আছোঁ।

'কি কামনো?'

'এই ধৰ, ঘৰটো মেৰামতি কৰা। পাৰিলে নতুনকৈ বনোৱা।'

'ঘৰটো মেৰামতি কৰিব পৰা হ'লেতো ভাল আছিল। তই আগৰবাৰ ছুটীত আহোঁতে দুই বান্দিল টিন কিনি ছালৰ এফালে লগোৱা টিনখিনি খেৰৰ লগত ভালকৈ নলগোৱাত এইবাৰ বাৰিষা ঘৰৰ ভিতৰত পানী পৰিছে। পূজাত বৰষুণ আহিলে তই দেখিয়েই যাবি।'

'বাৰীৰ সেই ঢাপত থকা ডাঙৰ শালগছ কেইজোপা মান বেচিব পাৰিলে আৰু দুই বান্দিলমান টিন কিনিবপৰা যাব। তেতিয়াহ'লে ছালত আৰু খেৰ নিদিলেও হ'ব।'

'গছ-তছ বিক্ৰী কৰি টকা যোগাৰ কৰিব পাৰিলে প্ৰভাৱতীক বিয়া দিয়াৰ কথাহে ভাবিব লাগিছিল। তাই গাভৰু হোৱা কেইবা বছৰো হ'ল, এতিয়া আকৌ কলেজলৈ যোৱা হৈছে। মই অকলে তাইক কেনেকৈ চম্ভালিম? তোৰ চাকৰি কৰা ঠাইত চিপাহী এটাকে বিচাৰি চাবিচোন।'

'আজিকালিৰ হিচাপত তাইক বিয়া দিবৰ হোৱা নাই দে। আৰু কলেজলৈ যোৱা তোৰ ছোৱালীক চিপাহীলৈ বিয়া দিবলৈ কলি?'

'নহয় মানে চাকৰি এটা থকা ল'ৰা হ'লে ভাল হয়।'

'চাকৰি হ'ল বুলিয়েই তাইক চিপাহী এটালৈ বিয়া দিব নোৱাৰি। সৰু কালত মোৰ নিচিনা নাংকা মেট্ৰিক ফেল কৰা ল'ৰাবোৰেহে চিপাহী চাকৰিত

সোমায়। তাই মেট্ৰিক পাছ কৰি কলেজত পঢ়া ছোৱালী আৰু অলপ পঢ়ি লওক।'

'পঢ়োতে পঢ়োতে তাইচোন বুঢ়ীয়েই হৈ থাকিব।'

'কেলেই বুঢ়ী হ'বনো? বি. এ.-এম. এ. পাছ কৰিলে তাই চাকৰি কৰিব। তাইৰ পছন্দ মতে ল'ৰা বিচাৰি বিয়া হ'ব।'

'তেতিয়ালৈ তাই বুঢ়ীয়েই হ'বগৈ আৰু।'

তাই বুঢ়ী হোৱাৰ কথাকে বাৰে বাৰে কৈ নাথাকিবিচোন। আমাৰ কমাণ্ডেণ্ট চাহাবৰ বাইদেউৱে হেনো ছাৰৰ লগত বিয়া হোৱাৰ আগতে কলেজত পঢ়াইছিল। ছাৰেও একেখন কলেজতে পঢ়াইছিল। বিয়াৰ পিছতহে ছাৰে পুলিচৰ চাকৰিত সোমাইছে। ছাৰৰ বাইদেউহঁত এম, এ পাছ কৰালৈকে বুঢ়ী নহয়, আমাৰ ছোৱালীহে বুঢ়ী হয় নেকি?'

'তাহাঁত ডাঙৰ মানুহৰ কথা বেলেগ দেচোন।'

'কেলেই বেলেগ হ'ব?

'মানুহ মানুহেই। তাহাঁতক ডাঙৰ মানুহ বুলিছ?' মই নহ'লে আমাৰ বেটেলিয়ান হেড কোৱাৰ্টাৰেই নচলে জাননে নাজান?'

'তইনো অফিচত কি কাম কৰ আমি ঘৰত থকা মানুহে কেনেকৈ গম পাম? প্ৰভাৱতীক বিয়া দিয়াৰ কথা চিন্তা কৰিবৰ হ'ল কাৰণে কথাটো কৈছিলোঁ। ৰাতুলৰো কথা চিন্তা কৰিব লাগে। বায়েকৰ দৰে তাৰ পঢ়াত ৰাপ নাই। পাৰিলে তোৰ তাত চিপাহী চাকৰিত ভৰ্তি কৰি দিলে ভাল হ'ব যেন পাওঁ।

'আকৌ তই চিপাহীৰ কথাকে কোৱা আৰম্ভ কৰিলি? জোঁৱাই লাগে চিপাহী, ল'ৰাক লাগে চিপাহী চাকৰি। মই বেটেলিয়ানত চাকৰি কৰিলোঁ বুলিয়েই ঘৰৰ পো-জীকো বেটেলিয়ানত সোমাই দিব লাগিব বুলি ক'ত লিখা আছে? মোৰ ল'ৰাই চিপাহী হ'ব নালাগে। সি পঢ়া-শুনা কৰিব নোৱাৰিলে খেতি কৰি খাব। খেতি কৰিব নাজানিলে হালোৱা, ড্ৰাইভাৰ, হেন্দিমেন যি হয় হ'ব। কিন্তু তাক চিপাহী হ'বলৈ নিদোঁ।'

দীঘলীয়াকৈ কথাখিনি কৈ হাবিলদাৰ দুৰ্য্যোধন ৰাভাৰ ভাগৰ লগাৰ দৰে লাগি গৈছিল। বেটেলিয়ান হেড কোৱাৰ্টাৰত সি নহ'লে নচলেই অথচ এই বেটেনিলায়নৰ চাকৰি যে বৰ অকৃতজ্ঞ চাকৰি এই কথা যোৱা পঁচিশ বছৰে চাকৰি কৰি দুৰ্য্যোধন ৰাভাই মৰ্মে মৰ্মে উপলব্ধি কৰিব পাৰিছে। বেটেলিয়ান হেড কোৱৰ্টাৰত কোনোবা বৰা চাহাব আহিলে বৰাখানা পতা, দুৰ্গাপূজা, বিশ্বকৰ্মা পূজা, ব'হাগ বিহু, মাঘ বিহু পাতোঁতে বজাৰ-সমাৰ কৰা, বৰাখানা পতা আদি সকলোতে হাবিলদাৰ দুৰ্য্যোধন ৰাভা নহ'লেই নচলে। এনেবোৰ কথাত বেটেলিয়ান হেড কোৱাৰ্টাৰৰ এছ. এম., আৰ. আই., কিউ. এম, আই, এম. টি. অ.' এনেকি কমাণ্ডডেণ্টো হাবিলদাৰ দুৰ্য্যোধন ৰাভাৰ ওপৰত নিৰ্ভৰ কৰি চলে।

কাৰণ সি নহ'লে কামত লগোৱা চিপাহীখিনিক ঠিকমতে তদাৰক কৰা কাৰোপক্ষেই সম্ভৱপৰ নহয়। অথচ বছৰেকৰ মূৰত ৰিৱার্ড দিওঁতে, প্রেচিডেণ্ট মেডেলৰ বাবে নাম পঠিয়াওতে হাবিলদাৰ দুৰ্য্যোধন ৰাভাৰ নাম কোনো কালেই নুঠে। মাখম চিথা খোৱা মানুহ যেতিয়া বৰাখানা পাতিলে হাবিলদাৰ দুৰ্য্যোধন ৰাভাই বিলাতী অলপ ধৰে, বিলাতীৰ নিচাত অলপ ডাঙৰ মাতেৰে লেকচাৰো মাৰে। পিছে কাৰো বিপক্ষেতো আজিলৈকে সি কেতিয়াও মাত এষাৰ মাতি পোৱা নাই। বিলাতী খাই ডাঙৰ মাতেৰে লেকচাৰ অলপ মাৰিলে তাৰ বিপক্ষে কিন্তু কোৱা সি বহু শুনিছে। এবাৰ বৰাখানাৰ পিছদিনা কমাণ্ডডেণ্টৰ কোৱাৰ্টাৰৰ বাৰীত চিপাহীয়ে কাম কৰা তদাৰক কৰি থাকোতে এছ. এমে তাৰ বিপক্ষে কমাণ্ডডেণ্টক কোৱা হাবিলদাৰ দুৰ্য্যোধন ৰাভাই নিজ কাণেৰে শুনিছিল। বৰাখানাৰ পিছত আগ ৰাতি বেৰেকত হুলস্থূল হোৱাৰ কথা কমাণ্ডাডেণ্টে এছ. এম.ক সুধিছিল,

'যোৱা ৰাতি বৰাখানাৰ পিছত বেৰেকত বৰ হুলস্থূল হৈছিল বুলি খবৰ পাইছো। বৰ হুলস্থূল কৰাকেইটাৰ লীডাৰ কোননো?'

'কোন হ'ব আৰু ছাৰ, আমাৰ সেই হাবিলদাৰ দুৰ্য্যোধন ৰাভা।'

'তাক কোনোবা পেল্টুনত প'ষ্টিং দিব নোৱাৰিনে?'

'এনেই মানুহটো বেয়া নহয়। বৰ কামৰ মানুহ। খাই ল'লেহে অলপ দিগদাৰ কৰে। যোৱা ৰাতি খাই লৈ হুলস্থূল কৰি এতিয়া ছাৰৰ বাৰীত চিপাহীৰ কামজাৰি তদাৰক কৰিছেহি। আপুনি ওলাই গ'লে তাক দেখিব ছাৰ।'

'ইয়াতে আছে যদি তাক মাতি পঠিওৱাচোন। ৱাৰ্ণিং এটা দিব লাগিব।'

'এতিয়াই তাক ৱাৰ্ণিং দিব নালাগে। ছাৰ! ময়েই তাক বুজাই-বঢ়াই ল'ম। সি নহ'লে বেটেলিয়ান হেড কোৱাৰ্টাৰ চলাই মস্কিল। সেয়ে তাক এতিয়াই ৱাৰ্ণিং দি পেল্টুনত পোষ্টিঙৰ কথা নোকোৱাই ভাল হ'ব ছাৰ।'

'তাৰ নিচিনা হাবিলদাৰ এজন নহ'লে বেটেলিয়ান হেড কোৱাৰ্টাৰ নচলিব, আপুনি কি কয়হে এছ. এম?'

'নহয় মানে ছাৰ তাক পেল্টুনত পোষ্টিং দিলে আমাৰ অলপ দিগদাৰ হ'ব। ছাৰৰ গুৱাহাটীৰ ঘৰত কাম কৰি থকা বেটেলিয়ানৰ কাঠ মিস্ত্রী, পকা মিস্ত্রীখিনিৰ দৰমহা সিয়েই দি আহে গুৱাহাটীৰ ওচৰৰ ছাৰৰ ফাৰ্মত থকা চিপাহীকেইটাৰো দৰমহা, ৰেচন-পাতি সিয়েই দিয়েগৈ। গোৱালপাৰা ফালৰ কাৰণে চিপাহীখিনিক দৰমহা-পাতি দি সি এদিন-দুদিনমান ঘৰত পাক মাৰি আহে।'

'সি নহ'লে এইবোৰ কৰিব পৰা মানুহ বেটেলিয়ানত আৰু নাই নেকি?'

'আছে ছাৰ, পিচে কথাবোৰ ওলাই যোৱাৰ ভয়। এইবোৰ কথা ছাৰক ক'ব লাগিব নেকি আৰু?'

এছ. এম. ৰ কথা শুনি গহীন ভাবত কমাণ্ডেন্টে কোৱা কথা হাবিলদাৰ দুৰ্য্যোধন ৰাভাই শুনিলে,

'গুৱাহাটীত মই ঘৰ বনাই থকা, ফাৰ্মহাউচত চিপাহী ৰখা কথাবোৰ যেন নোলায় তাৰ প্ৰতি লক্ষ্য ৰাখিব এছ. এম।'

'হ'ব ছাৰ।'

'মদ খালে মানুহে অলপ বেছি কথা কৈয়েই আৰু। হাবিলদাৰ ৰাভাক অলপ নিজক চম্ভালি খাবলৈ ক'ব।'

'হ'ব ছাৰ।'

'পিছে হাবিলদাৰ ৰাভাই ইমানবোৰ ভাল কাম কৰি থাকে যেতিয়া সিটো ভাল ৰিৱাৰ্ড পোৱাতো উচিত। আৰু, আইক তাৰ কথা ক'ব। ময়েই ক'ম বাৰু। সিটো প্ৰেচিডেণ্ট মেডেল পোৱাৰ যোগ্য হাবিলদাৰ!'

'ইচ্ ৰাম, ইমান ওপৰলৈ নাযাব ছাৰ! সি আমাৰ সকলো কথা জানিলেও তাকোতো সুবিধা দিয়া হয়। গুৱাহাটীত আপোনাৰ তাত থকা চিপাহীখিনিক দৰমহা দি সি ঘৰত থাকি আছে বুলি বুলিছিলোৱেইচোন। ইমান সুবিধা পোৱাৰ পিছত সৰু মানুহক আৰু বেছি সুবিধা দিয়া ভাল নহয় ছাৰ।'

'আমাৰ সকলো কথা জানে বুলিলে যে? চিপাহী এপইন্টবোৰ?'

'জানে ছাৰ। সি নহ'লে মই আৰু আৰ, আয়ে এইবোৰ কাম অকলে নোৱাৰোঁ। তাকো ভাগ দিয়া হয়।'

'তেন্তে তাৰ নামটো প্ৰেচিডেণ্ট মেডেলৰ বাবে ৰিকমেণ্ট কৰি পঠিওৱাতনো আপত্তি কি?'

'তেনে কৰিলে বেটেলিয়ানৰ আন অফিছাৰে বদনাম উলিয়াই দিব ছাৰ। মইতো প্ৰেচিডেণ্ট মেডেল নোপোৱাকৈ এছ, এম, হ'লোহি। সিও হ'বগৈ। তাতে কোটাৰ মানুহ। সিহঁতক সকলো সুবিধা চৰকাৰে দিছে নহয়। সেয়ে সিহঁতক ৰিৱাৰ্ডৰ বাবে যোগ্য নহয় বুলি ধৰি ল'লেও তাহাঁতৰ একো লোকচান নহয় ছাৰ'

কমাণ্ডেন্টৰ কোৱাৰ্টাৰৰ অফিচৰুমৰ পৰা শুনিবলৈ পোৱা এছ. এম ৰামেশ্বৰ গোঁহাইৰ কথাবোৰ শুনি হাবিলদাৰ দুৰ্য্যোধন ৰাভাৰ ভীষণ খং উঠি গৈছিল। ৰুমৰ বাহিৰত কমাণ্ডেন্টৰ বাগানত চিপাহীৰ কাম-কাজ তদাৰক কৰি থকা অৱস্থাতো মাখাম ছিথা বা বিলাতী অলপ ডিঙিত পেলাবলৈ পোৱা হ'লে কমাণ্ডেন্ট চাহাবৰ সন্মুখতে এছ. এম ৰামেশ্বৰ গোঁহাইক কথা শুনাই দিবৰ ইচ্ছা হৈছিল হাবিলদাৰ দুৰ্য্যোধন ৰাভাৰ। 'সিহঁতক সকলো সুবিধা চৰকাৰে দিছে নহয় ছাৰ' বুলি এছ. এম ৰামেশ্বৰ গোঁহাইৰ কথাটোত হাবিলদাৰ দুৰ্য্যোধন ৰাভাৰ ওলোটাই ধৰিবৰ মন গৈছিল। 'সিহঁতক' বুলি বুজাবলৈ যাওঁতে তাক ট্ৰাইবেল বুলিয়ে এছ. এম. ৰামেশ্বৰ গোঁহায়ে বুজাব বিচাৰিছে এই কথা হাবিলদাৰ দুৰ্য্যোধন

ৰাভাৰ বুজিবলৈ বাকী নাথাকিল। ট্ৰাইবেলকহে চৰকাৰে সুবিধা দিছে, এছ, এম বামেশ্বৰ গোঁহাইহঁতক অ', বি, চি, এম, অ' বি, চি হোৱা বাবে চৰকাৰে যেন সুবিধা দিয়াহে নাই তেনে ভাৰত কথা ক'লে হাবিলদাৰ দুৰ্য্যোধন ৰাভাৰ ভীষণ খং উঠে। সেইদিনা খঙৰ ভমকত একো নাই হৈ হাবিলদাৰ দুৰ্য্যোধন ৰাভাই চিপাহীৰ কামজাবি তদাৰক কৰিছিল। মনৰ খং মাৰ যোৱাবলৈ বাতি চুলাই মদকে এসোপা গিলিব লাগিব বুলি তাৰ ভাব হৈছিল।

ওপৰৱালাৰ নাংকা নেমচাকায় চুংকায় বিষয়াবোৰে দুৰ্য্যোধন ৰাভাইতৰ নিচিনা হাবিলদাৰ বা চিপাহীবোৰক ভেব্ৰা বা বোকা বুলিয়েই ভাৰত স্বাধীন হোৱা দিনৰে পৰা ভাবি আহিছে যেন, কেতিয়াবা তেনে ভাব হয় হাবিলদাৰ দুৰ্য্যোধন ৰাভাৰ। নগালেণ্ডৰ ফালৰ ডেকা কমাণ্ডডেণ্ট এজন তাৰ বেটেলিয়ানত থাকোতেই হাবিলদাৰ দুৰ্য্যোধন ৰাভাই ইজ্জত পাইছিল যেন লাগিছিল। এতিয়া বহুত চুংকায় পুলিচ অফিচাৰ হোৱা সেই মকম নেমকায় নগা কমাণ্ডডেণ্টজনৰ দিনত ট্ৰাইবেল কোটা, অ', বি, চি, এম, অ' বি, চি কোটা অনুসৰি চিপাহী চাকৰিত ল'ৰা মকৰল কৰিছিল বুলি হাবিলদাৰ দুৰ্য্যোধন ৰাভাই জানিছিল। এনেবোৰ কথা নগা কমাণ্ডডেণ্টজনে বেটেলিয়ানৰ পিক্‌নিক, বৰাখানা আদিতো খোলোচাকৈ সকলোৰে আগত কৈছিল। গাঁৱৰ পৰা ভাল ফুটবল, ভলীবল খেলুৱৈ লৈ আহিবলৈ হাবিলদাৰ দুৰ্য্যোধন ৰাভাইতকো কৈছিল। ভাল খেলুৱৈ ল'ৰা পালে তৎক্ষণাৎ চিপাহী চাকৰিত মকৰল কৰি দিছিল। আজিকালিৰ বেছিভাগ চুংকায় অফিচাৰে টকা নহ'লে...। আৰু বেছি ভাবিবৰ মন নগ'ল হাবিলদাৰ দুৰ্য্যোধন ৰাভাৰ। গোটেই জীৱন মাক্ৰা-মুক্ৰা কৰি পাৰ কৰি অহা তাৰ চাকৰি জীৱনটোৰ প্ৰতি হাবিলদাৰ দুৰ্য্যোধন ৰাভাৰ ভীষণ ঘৃণাভাব উপজিছিল।

'তইনো এইকেইদিন কিবোৰ কথা ভাবি মনে মনে বহি থাক মই বুজিবকে পৰা নাই। বেটেলিয়ানৰফালে আৰু এজনী চপাই থৈছ নেকি আকৌ?'

ঘৈণীয়েক যমুনাৰ কথা শুনি হঠাৎ ভীষণ খং উঠি গ'ল হাবিলদাৰ দুৰ্য্যোধন ৰাভাৰ। খঙৰ ভমকত সি ক'লে, 'তই কি ক'লি? মই ক'ৰবাত আৰু এজনী চপাই লোৱাবুলি কোৱা যেন পালোঁ। হেৰৌ মোৰ নামৰ সৈতে মিলা মহাভাৰতৰ আৰিব্যিন আৰু নাংকা দুৰ্য্যোধনটো হোৱা হ'লে এতিয়ালৈ বহুত দ্ৰৌপদীৰ বস্ত্ৰ হৰণ কৰিলোঁহেতেন বুজিছ? বহু কেইজনীক চপাই ল'লোহেঁতেন।'

'আও, বৰ ডাঙৰ কথা ক'বলৈ আৰম্ভ কৰিলি দেখোন? মই ল'ৰা-ছোৱালীহালৰ বিয়া-বাৰু, চাকৰি-বাকৰিৰ কথাহে উলিয়াইছিলো।'

'ক'মতো! মই মহাভাৰতৰ আৰিব্যিন আৰু নাংকা দুৰ্য্যোধনটো হোৱা হ'লে আজি তই মোক জীৱিত অৱস্থাত নাপালিহেঁতেন। বেটেলিয়ানত কুৰুক্ষেত্ৰ যুদ্ধখন লগাই কেতিয়াবাই কোনোবা অৰ্জুনৰ হাতত প্ৰাণ হেৰুৱালোহেঁতেন।'

'বাপেক চাই পুতেক হোৱা বাবে পঢ়া-শুনাত মন নিদি ৰাতুল চালাং হ'বলৈ আৰম্ভ কৰিছে। সেয়ে তাক চিপাহী চাকৰিত ভৰাই দিবলৈ কৈছিলো। বেটেলিয়ানত বাপেক পুতেকে কুৰুক্ষেত্ৰ যুদ্ধখন লগাই মৰি থাকিলেও থাকিবি, প্ৰভাই-মই দুসাজ শান্তিৰে খাই-বৈ থাকিব পাৰিম।'

'কি কলি তই? ৰাতুলক চিপাহীৰ চাকৰিত ভৰ্তি কৰাই দিবলৈ আকৌ কোৱাত লাগিলি? সি ঘৰতে নাখাই মৰিলেও মৰক, তথাপিও তাক চিপাহী হ'বলৈ মই নিদোঁ।'

তাৰ খঙৰ ভমক দেখি ঘৈণীয়েক যমুনাই মনে মনে বহাৰ পৰা উঠি ঘৰৰ ভিতৰলৈ যোৱা হাবিলদাৰ দুৰ্য্যোধন ৰাভাই লক্ষ্য কৰিলে। মিছাতেই উৰহৰ খং ভগা ঢাৰিত মৰাৰ দৰে ঘৈণীয়েক যমুনাক খং কৰিবলগীয়া হোৱাত দুৰ্য্যোধন ৰাভাৰ বেয়া লাগিল। বেচেৰীয়ে অকলে থাকি কিমান কষ্টত ল'ৰা-ছোৱালীহালক ডাঙৰ-দীঘল কৰিলে। ছোৱালীক মেট্ৰিক পাছ কৰোৱাই কলেজ পোৱাই দিলে। ল'ৰা-ছোৱালীহালক ডাঙৰ-দীঘল কৰোঁতে কিমান উজাগৰী ৰাতি তাই অকলে পাৰ কৰিলে।

হাবিলদাৰ দুৰ্য্যোধন ৰাভাৰ ঘৰুৱা কথা আৰু ভাবিবৰ মন নগ'ল। ছুটী শেষ হ'লে ডিউটিত যোগদান কৰি অসম-অৰুণাচল প্ৰদেশৰ সীমান্তত থকা বি, অ', পিত পোষ্টিং বিচাৰিব বুলি সি ঠিৰাং কৰি পেলালে। বেটেলিয়ানৰ পৰাহতে আই-শৃঙ্খলাৰ ডিউটি, সীমান্তৰ ডিউটি আদিত যাবলৈ টান পায় প্ৰাণৰ ভয়ত। বেছিভাগেই উপায়হীন হৈ প্ৰাণৰ প্ৰতি মমতা থকা সত্বেও তেনে ডিউটি কৰে। বহুতে তেনে ডিউটিত প্ৰাণ হেৰুৱাইছে। তাৰ চিনাকি হাবিলদাৰ ভীমকান্ত গগৈ, চিপাহী ৰাজেন দত্ত মিনিষ্টাৰৰ লগত ডিউটিত যাওঁতে উগ্ৰপন্থীৰ গুলিত প্ৰাণ হেৰুৱাইছে বুলি হাবিলদাৰ দুৰ্য্যোধন ৰাভাই জানে। খাকী পোছাক পিন্ধা দিনাৰে পৰা প্ৰয়োজনত দেশৰ বাবে প্ৰাণ আহুতি দিব লাগিব বুলি জানেই যেতিয়া এতিয়া আৰু প্ৰাণৰ ভয়ত বা বৰাখানাৰ লোভত বেটেলিয়ান হেড কোৱাৰ্টাৰত আৰু নাথাকো বুলি হাবিলদাৰ দুৰ্য্যোধন ৰাভাই একপ্ৰকাৰ ঠিৰাং কৰি পেলালে।

বৰাখানাৰ কথা মনত পৰাত হাবিলদাৰ দুৰ্য্যোধন ৰাভাৰ পুনৰ খং উঠি গ'ল। চিপাহীৰ দৰমহাৰ পৰা টকা তুলি মদে-মাংসই বৰাখানা খোৱা চুংকায় বিষয়াবোৰৰ বিয়াগোম পেটবোৰৰ কথা মনত পৰি খঙৰ লগতে গৃণাৰ ভাবো আহিল বেটলিয়ানত থাকিলে নিয়মমতে পেট-টেট নাইকীয়া ধুনীয়া ফিগাৰৰ বিষয়া হ'ব লাগে। পিছে ইমান বছৰে বেটেলিয়ানৰ ফ্ৰি ৰেচন খাই পেটুলা চুংকায় বিষয়াহে দুৰ্য্যোধন ৰাভাই দেখি আহিছে। চুংকায় বিষয়াৰ গুৱাহাটী বা আন চহৰত বনোৱা ঘৰত ৰখা চিপাহীৰ দৰমহা, ৰেচন আদি দি ফুৰা কাম আৰু নকৰোঁ বুলিয়েই দুৰ্য্যোধন ৰাভাই ঠিৰাং কৰি পেলালে। ঘৰত এৰাতি থাকি যোৱাৰ সুবিধা

ল'বৰ বাবেই চুংকায় বিষয়াৰ পাপৰ ভাগ সি আৰু ল'ব নোৱাৰে বুলি হাবিলদাৰ দুৰ্য্যোধন ৰাভাই ভাবিলে। চাকৰিৰ পৰা অৱসৰ ল'বলৈ আৰু দহবছৰমানহে আছে। ইমান বছৰে সি ঘৰত নথকা অৱস্থাত ঘৈণীয়েক যমুনাই ঘৰখন চলাই ল'ৰা-ছোৱালীহঁতক ডাঙৰ-দীঘল কৰিলে যেতিয়া আৰু দহ বছৰ তাই চলাব নোৱৰাৰ কাৰণ থাকিব নোৱাৰে বুলি হাবিলদাৰ দুৰ্য্যোধন ৰাভাই ভাবিলে। সহজ-সৰল ঘৈণীয়েকক ভুটীত থকা কেইদিন মিছাতে খং-ৰাগ আৰু নকৰোঁ বুলিও হাবিলদাৰ দুৰ্য্যোধন ৰাভাই মনে মনে ভাবিলে। ঘৰৰ বাৰান্দাত বহি এনেবোৰ কথাকে ভাবি নতুনকৈ জেওৰা দিয়া বাৰীৰ ঢাপত থকা শালগছ কেইজোপালৈ বিষণ্ণ মনেৰে হাবিলদাৰ দুৰ্য্যোধন ৰাভাই চাই পঠিয়ালে। স্থিৰ চিত্তে আকাশলৈ ধাবমান হ'ব বিচৰা, আৰু অপকাৰ নকৰি, এবাৰো মাত নামাতি যুগ যুগ ধৰি মানুহক সহায় কৰি অহা বাৰীৰ ঢাপৰ শালগছ কেইজোপালৈ চাই হাবিলদাৰ দুৰ্য্যোধন ৰাভাৰ মনটো কিছু ফৰকাল হোৱাৰ দৰে লাগিল।

**ৰাভা শব্দৰ অৰ্থঃ**

পেংকায—পোন, কেংক্ৰেংকায়—বেঁকা, মাখাম ছিথা—এবিধ ভাতেৰে তৈয়াৰী মদ, বাংছুং—বেলি, নাংকা—ধুৰন্ধৰ, বোকা— মুৰ্খ, নেমচাকায়—বেয়া, নমকায়— ভাল, মক্‌কম—শান্ত, চালাং— উদণ্ডীয়া, আবিন্থিন— জেদী, অগ্ৰং—অজ্ঞ, ভেব্ৰা—ভোদা, চুংকায়— ডাঙৰ, মাক্ৰা-মুক্ৰা— বান্দৰালি।

# আজন

চাংঘৰৰ বাৰাণ্ডাত বহি চোতালৰ সিপাৰে থকা মথাউৰিৰ দাঁতিত বিয়াগোম শিমলু জোপাৰ পাত সৰি ফুলৰ কলি ওলাবলৈ আৰম্ভ কৰিলেই যোৰহাট চহৰৰ জিমখানা ক্লাবৰ খেল মাটিত পতা ঘোঁৰা দৌৰ প্ৰতিযোগিতাত যোগদান কৰিবলৈ যোৱাৰ সময় আহিছে বুলি মোহনে জানে। শিমলু জোপাৰ ফুলৰ কলি মেল খাওঁ খাওঁ হওঁতে এজাক শালিকা ডাল ভৰি পৰিলে মোহনে জানে যে সেয়া ফাগুন মাহৰ প্ৰথম বুধবাৰে পতা মিচিংসকলৰ জাতীয় উৎসৱ আলি-অ-ই-লিগাং পতাৰ দিন চমু চাপি আহিছে। দিন-বাৰ, তাৰিখ আদি চাবলৈ কেলেণ্ডাৰ বা ডায়েৰীৰ প্ৰয়োজন মোহনৰ নহয়। শিমলু জোপাৰ বাদেও বৰ লুইতৰ পানী, চাপৰিৰ কহুৱা ফুল আদি চাই মোহনে বাৰ মাহৰ বাৰ ঋতুৰ কথা সহজেই ক'ব পাৰে।

চোতালৰ সিপাৰে থকা বিয়াগোম শিমলুজোপাত ফুলৰ কলি ওলালে মোহনৰ গাত উযু লম্ভাৰ দৰে হয়। তাৰ অতি মৰমৰ আজন নামৰ ঘোঁৰাটোৰ আলপৈচান লওঁতে মোহনে খোৱা-বোৱাৰ কথাও কেতিয়াবা পাহৰে। এফেলগে ডাঙৰ-দীঘল হোৱা গাঁৱৰ তেজ-মঙহৰ আজন বা বন্ধুতকৈও মৰমৰ আজন নামৰ ঘোঁৰাটোৱে যাতে যোৰহাট চহৰৰ জিমখানা ক্লাবৰ খেল মাটিত পতা ঐতিহ্যমণ্ডিত ঘোঁৰা দৌৰ প্ৰতিযোগিতাত প্ৰথম হ'ব পাৰে তাৰ বাবে মোহনে প্ৰতিযোগিতাৰ দিন চমু চাপি আহিলে আজনৰ আলপৈচান ল'বলগীয়া হয়।

ককা, আজো ককাৰ দিনৰপৰাই মোহনৰ ঘৰখনে যোৰহাট চহৰৰ জিমখানা ক্লাবৰ খেল মাটিত পতা ঘোঁৰা দৌৰ প্ৰতিযোগিতাত যোগদান কৰি আহিছে। তেতিয়াৰ দিনৰ কথা অৱশ্যে বেলেগ আছিল। ককাকৰ দিনলৈকে ব্ৰহ্মপুত্ৰখন গাঁৱৰ পৰা বহু দূৰৈত আছিল। ব্ৰহ্মপুত্ৰ আৰু মথাউৰিৰ বহল চাপৰিত তেতিয়াৰ দিনত ঘোঁৰা মেলি দিলেই হৈছিল। ইকৰা-খাগৰিৰে ভৰা বহল চাপৰিত হেঁপাহ পলুৱাই খোৱাৰ আহাৰ ঘোঁৰাই পাইছিল। ইকৰা-খাগৰিৰ মাজত কেতিয়াবা বাঘে গৰু-ঘোঁৰা মাৰি খাবও পাৰে বুলিহে চিন্তা হৈছিল, গৰু-ঘোঁৰা-ম'হ আদিক খুওৱাৰ চিন্তা নাছিল। ইকৰা-খাগৰিৰে ভৰা বহল চাপৰিত বনৰীয়া গাহৰি, পহু আদিও পোৱা গৈছিল। মাজে-সময়ে বনৰীয়া হাতী, গঁড় আদিও ওলাইছিলহি।

সেইদিন আজি আৰু নাই। ব্ৰহ্মপুত্ৰৰ খহনীয়াই মোহনৰ বাপেক জীয়াই থাকোতেই সেই বহল চাপৰি খহাই লৈ গ'ল। এতিয়া ব্ৰহ্মপুত্ৰ আহি গাঁৱৰ লগত লাগি থকা মথাউৰি পালেহি।

যোৰহাটৰ জিমখানা ক্লাবৰ খেল মাটিত ঘোঁৰা দৌৰ প্ৰতিযোগিতাত যোগদান কৰিবলৈ স্বাস্থ্যবানঘোঁৰাৰ বাবে চাৰিবলৈ এৰি দিবলৈ ঘাঁহেৰে ভৰা চাপৰি নোহোৱা হ'ল। আজো ককাৰ দিনৰপৰা ঘোঁৰা দৌৰ প্ৰতিযোগিতাত যোগদান কৰি পুৰস্কাৰ পাই অহা পৰম্পৰা ঘোঁৰাক মেলি দিবলৈ চৰ-চাপৰিৰ অভাৱ হ'ল বুলিয়েই মোহনে এৰি দিব নোৱাৰে। সেয়ে সি সাচতীয়া ধন ভাঙি হ'লেও মথাউৰি এৰি যোৰহাটলৈ যোৱা ৰাস্তাৰে তিনি আলিত থকা কেঞা দোকানখনৰ পৰা বুটমাহ কিনি আনি আজনক খুৱায়। প্ৰায়েই আধা পেটীয়াকৈ থাকিবলগীয়া হোৱা আজনে কেতিয়াবা গৰু-গাহৰিক দানা হিচাপে দিয়া আপঙৰ মেৰা খাব বিচাৰে। চাংঘৰৰ তলত ঘৈণীয়েক বিলাতীয়ে গাহৰিক আপঙৰ মেৰাৰ দানা দিওঁতে গৰুগেইটাও আহি খায়হি। গৰুকেইটাই খোৱা দেখি আজনেও খাব বিচাৰে। তেনে সময়ত মোহন বৰ সাৱধান হ'বলগীয়া হয়। ঘোঁৰা দৌৰ প্ৰতিযোগিতাত দৌৰিবলগীয়া আজনে যদি গাহৰিক দিয়া আপঙৰ মেৰাৰ দানা খোৱা আৰম্ভ কৰে তেন্তে সি নিচাসক্ত হৈ পৰিব পাৰে। নতুবা তাৰ দেহা গধুৰ হৈ পৰিব পাৰে। কেতিয়াবা মোহনৰ অনুপস্থিতিত আপঙৰ মেৰা কেনেবাকৈ আজনে খালে বুলি গম পালে পিছদিনা পুৱাই তাৰ পিঠিত উঠি মোহনে মথাউৰিৰ ওপৰত আজনক দৌৰায়। মথাউৰি এৰি যোৰহাটলৈ যোৱা ৰাস্তাৰ তিনি আলিত থকা কেঞা দোকান পাৰ হৈ আৰু বহু দূৰলৈ মথাউৰিৰ ওপৰেদি মোহনে আজনক চেঁকুৰায়। আগদিনা আপঙৰ মেৰা খোৱাৰ বাবে শাস্তি দিয়াৰ দৰে আজান ভাগৰি নপৰা পৰ্যন্ত মোহনে নেৰে। আজনক শাস্তি দিবৰ বাবে অৱশ্যে মোহনে তেনে নকৰে। আজনৰ গাত বিন্দু মাত্ৰাও যাতে মেদ হ'ব নোৱাৰে তাৰ বাবেহে মোহনে তেনে কৰিবলগীয়া হয়। যোৰহাটৰ জিমখানা ক্লাবে পতা ঘোঁৰা দৌৰ প্ৰতিযোগিতাত আজো ককাকৰ দিনৰ পৰা মোহনৰ ঘৰখনে প্ৰথম পুৰস্কাৰ পাই আহিছে। সেই পৰম্পৰা মোহনে আজনৰ যোগেদি ৰক্ষা কৰিব বিচাৰে। প্ৰকৃতিৰ এক অবিশ্লেষনীয় কাৰণত আজনেও হয়তো তাৰ গৰাকী মোহনৰ মনৰ কথা বুজি পায়। সেয়ে তাৰ পিঠিত উঠি মোহনে দৌৰিবৰ বাবে লেকামডাল টনাৰ লগে লগে আজনে বতাহৰ লগত ফেৰ মাৰি তীব্ৰ গতিত মথাউৰিৰ ওপৰত দৌৰ মাৰে।

ফাগুন মাহৰ প্ৰথম বুধবাৰে আলি-আই লিগাং উৎসৱ পাতিবৰ বাবে যা-যোগাৰ কৰিবলগীয়া দিনকেইটাতে আজনক লৈ ব্যস্ত হৈ পৰা দেখি ঘৈণীয়েক বিলাতীৰ পৰা মোহনে কথা শুনিবলগীয়া হয়। মিচিংসকলৰ জাতীয় উৎসৱ আলি-আই-লিগাং উলাহ-মালহেৰে পতাত মোহনৰ কোনো আপত্তি নাই। কিন্তু যোৰহাটত পতা ঘোঁৰা দৌৰ প্ৰতিযোগিতাখন আলি-আই-লিগাং উৎসৱৰ ঠিক আগে আগে পৰা বাবে ঘৰখনৰ ঐতিহাসিক পৰম্পৰা ৰক্ষা কৰিবলৈ দৃঢ় সংকল্প ল'বলগীয়া হোৱাত মোহনে আজনৰ প্ৰতি যত্ন ল'বলগীয়া হয়। ঘোঁৰা দৌৰ

প্ৰতিযোগিতাত এনেই যোগদান কৰি লাভ নাই বুলি মোহনে জানে। আজো ককাৰ দিনৰে পৰা প্ৰথম স্থান পাই অহাৰ পৰম্পৰা যদি আজনৰ যোগেদি মোহনে ৰক্ষা কৰিব নোৱাৰে তেন্তে ঘোঁৰা দৌৰ প্ৰতিযোগিতাত যোগদান কৰিয়েই লাভ কি? ঘোঁৰা দৌৰ প্ৰতিযোগিতাত প্ৰথম পুৰস্কাৰ লৈ ঘূৰি আহি বুকু ফিন্দাই আলি-আই-লিগাং উৎসৱ পতাৰ পক্ষপাতি মোহনৰ। ঘৰখনৰ বাবে ইও এক পৰম্পৰাৰ দৰে। মোহনৰ ঘোঁৰা দৌৰ প্ৰতিযোগিতাৰ প্ৰধান প্ৰতিদ্বন্দ্বীজন হ'ল ঘৈণীয়েক বিলাতীৰ ককায়েক গাঁৱৰে মাণিক মিলি। আলি-আই-লিগাঙৰ বাবে যা-যোগাৰ নকৰি আজনকহে অনবৰত আলপৈচান লৈ থকা দেখি মোহনক ঘৈণীয়েক বিলাতীয়ে কথা শুনালে কেতিয়াবা খঙৰ ভমকত জাত-পাতৰ কথালৈকে গিৰিয়েক-ঘৈণীয়েকৰ তৰ্কা-তৰ্কিয়ে ঠাই পায়গৈ।

'আলি-আই-লিগাং পাতিবৰ বাবে যা-যোগাৰ নকৰি এই ঘোঁৰাটোৰ লগতে লাগি থাকিবলৈ তোক কিহে পাইছে?'

আজনৰ মূৰত মৰমতে হাত বুলাই বুঢ়মাহৰ দানা দি থাকোতেই ঘৈণীয়েক বিলাতীৰ কৰ্কশ মাত শুনি টিঙিচকৈ খং উঠিছিল যদিও ধৈৰ্য্য ধৰি মোহনে ক'লে,

'যোৰহাটৰ পৰা ঘূৰি আহিও আলি-আই-লিগাঙৰ বাবে যা-যোগাৰ কৰিব পৰা যাব দে। ঘোঁৰা দৌৰ প্ৰতিযোগিতাত প্ৰথম হ'ব নোৱাৰিলে ঘৰখনৰ লাজৰ কথা নহ'ব জানো। সেয়ে আজনক খুৱাই-বোৱাই তজবজীয়া কৰি লৈছো।'

'দিনে-ৰাতিয়ে খালি আজন, আজন! ঘোঁৰা দৌৰা প্ৰতিযোগিতাত জিকি কি ডাল পাৱনো? আগতে জিকি অনা কাপবোৰ দেখোন ধোঁৱা লাগি ফপৰা হৈ এনেই পৰি আছে!'

ককাক, দেউতাকৰ দিনত ঘোঁৰা দৌৰ প্ৰতিযোগিতাত জিকি অনা কাপ, শ্বিল্ডবোৰ কঠাল গছৰ কাঠেৰে বনোৱা বাকচৰ ওপৰত চাংঘৰত সজাই থওঁতে কাষতে থকা জুহালৰ ধোঁৱা লাগি ধোঁৱা বৰণীয়া যে হোৱা নাই এই কথা অস্বীকাৰ কৰিব নোৱাৰি মোহনে আজনৰ মিহি পিঠিত হাত বুলাই ক'লে,

'তহঁতি মাইকী মানুহে এইবোৰ কথা নুবুজিবি বুজিছ। এইবাৰ তোৰ ককায়েৰে ঘোঁৰা দৌৰত জিকক বুলি মোক এনেদৰে কোৱাত লাগিছ যেন পাইছো।'

'মই তেনে ভাবত কোৱা নাই অ'ই। তহঁতৰ টাই জাতটোৱে মানুহক বৰ সন্দেহ কৰ। আমি মাইকী মানুহবোৰে তহঁতি কোন কেনেকৈ ঘোঁৰা দৌৰত কাপ-শ্বিল্ড জিকি আন খবৰ নাৰাখো দেই। আমাৰ ঘৰতো এসোপা কাপ-শ্বিল্ড ধোঁৱা বৰণীয়া হৈ পৰি আছে। তোৰ লগত বিয়া হোৱাৰ আগলৈকে মই এইবোৰ কেতিয়াও চুই নাপালো।'

'অ' তই এতিয়া জাতত ধৰিলি! তহঁতৰ মিলি জাতক মই চিনি নাপাওঁ হ'বলা। তহঁত বৰ মুখ চোকা! পৰা হ'লে মই—।'

'বুজিছোঁ, বুজিছোঁ দে, পৰা হ'লে নাবৈক আনিলিহেঁতেন নহয়নে? ঘোঁৰা লগত প্ৰেমত পৰা মানুহৰ লগত বিয়া নহৈ নাবৈয়ে ভালেই কৰিলে। মইহে তোৰ লগত বিয়া হৈ আজি এই অৱস্থা।'

'অ'ই চুপ থাক। আজনক খুৱাই থাকোতে এইবোৰ কথা নুলিয়াবি। মই যোৰহাটৰ পৰা ঘূৰি আহিয়েই লিগাওৰ বাবে সকলো যা-যোগাৰ কৰি দিমহি।'

ঘৈণীয়েক বিলাতীৰ লগত কথা কটা-কটি হ'লেই তাই নাবৈৰ কথা উলিয়াই মোহনক বশ কৰিব বিচাৰে বুলি সি জানে। বিলাতীক বিয়া কৰোৱাৰ আগতে মোহন নাবৈ কামলাৰ প্ৰেমত পৰিছিল। প্ৰেমত পৰিছিল মোহনেহে, নাবৈয়ে নহয়। তথাপিও কথাটো গোটেই গাঁওখনত জনাজাত হৈ পৰিছিল। লিগাওৰ গোমৰাগ নাচত, তাঁতশালৰ কাষত. পাঃ ৰাগ বিহুত নাবৈ কামানৰ কাষ চাপিবলৈ মোহনে বহু চেষ্টা কৰিছিল। নাবৈৰ কাষ চাপিলেই তাই মোহনক ঘোঁৰা, ঘোঁৰা গোন্ধাইছে বুলি তাৰ পৰা আঁতৰি গৈছিল। ঘোঁৰা চেঁকুৰুৱা ঘৰৰ ল'ৰা বুলি তাৰ প্ৰেম নাবৈয়ে প্ৰত্যাখ্যান কৰিছিল। নাবৈয়ে তাৰ প্ৰেম নিবেদন প্ৰত্যাখ্যান কৰাত উপায়হীন হৈ মোহনে বিলাতীৰ কাষ চাপিছিল। যোৰহাটৰ ঘোঁৰা দৌৰ প্ৰতিযোগিতাৰ চিৰ প্ৰতিদ্বন্দ্বীতা মিলি বংশৰ ছোৱালী বুলি জানিও মোহনে বিলাতীক বিয়াৰ প্ৰস্তাৱ দিছিল। প্ৰথমে বিলাতীও মোহনলৈ যাব বিচৰা নাছিল। ঘোঁৰা দৌৰাই ভাল পোৱা মিলি বংশৰ জী হৈ পুনৰ ঘোঁৰাৰ লগতে ব্যস্ত থকা টাই বংশলৈ তাই বিয়া হ'ব খোজা নাছিল। য়িগ'-মাখৰ লগত ঘোঁৰা দৌৰ প্ৰতিযোগিতা জমিব বুলি কৈ ককায়েক মাণিকে বিলাতীক জোৰকৈয়ে মোহনলৈ বিয়া দিছিল। বিলাতীক মোহনে পলুৱাই আনোতে তাইৰ ককায়েক মাণিকে মোহনক সহায়হে কৰিছিল।

ভনীয়েক বিলাতীক মোহনলৈ বিয়া দি তাক য়িগ' হিচাপে পাই নিজে মাখ হৈ যোৰহাটৰ জিমখানা ক্লাবৰ খেল মাটিত য়িগ'-মাখৰ লগত হোৱা ঘোঁৰা দৌৰ প্ৰতিযোগিতা জমি উঠিব বুলি মাণিকে ভাবিলেও আচলতে মোহন আৰু মাণিকহঁত সম্বন্ধত আগৰ পৰাই য়িগ'-মাখই আছিল। মোহনৰ ককাদেউতাক তামুদৰ য়াবৰী আৰু আপত্তি নামৰ দুগৰাকী পত্নী আছিল। প্ৰথম পত্নী য়াবৰীৰ ফালৰ পৰা কোনো সন্তান জীৱিত অৱস্থাত মোহনৰ ককাদেউতাক তামুদে ৰাখিব পৰা নাছিল। মিবুৰ যোগেদি গাহৰি মাৰি তাগিৰ চাই অপায়-অমংগলৰ সৃষ্টিকাৰী বহু দেৱ-দেৱীক পূজা-পাতল দি ৰাইজক ভোজভাত খুৱায়ো প্ৰথম পত্নী য়াবৰীৰ ফালৰ সন্তানক মোহনৰ ককাদেউতাক তামুদে ডাঙৰ-দীঘল কৰিব নোৱাৰিলে। সেয়ে মোহনৰ ককাদেউতাকে এম এ হিচাপে আপত্তিক বিয়া কৰাইছিল। ককাক তামুদৰ দ্বিতীয় পত্নী আপত্তি মাণিকহঁতৰ পৰিয়ালৰ আছিল। এই আইতাক আপত্তিয়েই হ'ল মোহনৰ দেউতাক মনাইৰ মাক। ঠিক একেদৰে মাণিকৰ

ককাদেউতাক ৰকমৰো পদ্মা আৰু নুমলী নামৰ দুগৰাকী পত্নী আছিল। পদ্মাৰ ডাঙৰ পুতেক হ'ল ৰামেশ্বৰ আৰু ৰামেশ্বৰ হ'ল মাণিকৰ দেউতাক। অৰ্থাৎ মাণিকৰ আইতাক পদ্মা আৰু এই পদ্মা বোলা মাণিকৰ আইতাক মোহনহঁতৰ বংশৰ ফালৰ আছিল।

এনে বৈবাহিক সূত্ৰে মোহন আৰু মাণিক আগৰ পৰাই সম্পৰ্কীয় আছিল। ইহঁত দুজনৰ মাজত নতুনকৈ য়িগ'-মাখৰ সম্পৰ্কটো এতিয়া গঢ়ি উঠিল মোহনে মাণিকৰ ভনীয়েক বিলাতীক বিয়া কৰোৱাৰ পিছত। ঘৰুৱা সম্পৰ্কীয়ৰ মাজত এতিয়াহে ঘোঁৰা দৌৰ প্ৰতিযোগিতা হ'ব তেনে নহয়, বৃটিছৰ আমোলত মোহনৰ ককাদেউতাক তামুদ আৰু মাণিকৰ ককাদেউতাক ৰকমৰ মাজতো যোৰহাট জিমখানা ক্লাবৰ খেল মাটিৰ সেই একেখন ফিল্ডত ঘোঁৰা দৌৰ প্ৰতিযোগিতা হৈছিল। আঁঠুলৈকে পৰা ধুতি পিন্ধি, মূৰত পাগুৰি মাৰি বৃটিছ চাহাবে ভাল পাই যোৱাকৈ তীব্ৰ গতিত ঘোঁৰা দৌৰ মৰোৱাত মোহনৰ ককাদেউতাক তামুদ বৰ পাকৈত আছিল বুলি মোহনে শুনিছিল। ককাদেউতাক তামুদৰ ঘোঁৰা দৌৰ চাবলৈ নাপালেও ল'ৰালিকালত বাপেক মনাইৰ ঘোঁৰা দৌৰ চোৱাৰ সুযোগ মোহনে পাইছিল। ককাদেউতাকৰ দৰেই মোহনৰ দেউতাক মনায়ে আঁঠুলৈকে পৰা ধুতি, মূৰত পাগুৰি মাৰি ঘোঁৰাৰ পিঠিত উঠি খালী ভৰিৰে ঘোঁৰাটোত খামোচ মাৰি ধৰি তীব্ৰ গতিত আগুৱাই যাওঁতে আঁঠুৰ ওপৰৰ ধুতি পিছফালে ফিৰ্ ফিৰ্‌কৈ উৰি যোৱা দেখি মোহনে এক বিশেষ আমেজ পাইছিল। যোৰহাটৰ জিমখানা ক্লাবৰ খেল মাটিত পতা ঘোঁৰা দৌৰ প্ৰতিযোগিতাত জিকি অনা কাপ দেখুৱাই বাপেক মনায়ে মোহনক কৈছিল,

'এই কাপটো ৰবাৰ্ট চাহাবে দিয়া। কাপটোৰ নাম কি জাননে? জে থমাছ কাপ। তায়ো ডাঙৰ হ'লে এইটো কাপ জিকিব পাৰিব লাগিব।'

কাপটো মোহনৰ হাতত দি কঠাল কাঠৰ পেৰাৰ ওপৰত থ'বলৈ কৈ জুহালৰ কাষত বহা তাৰ দেউতাক মনায়ে আপং বাটি হাতত লৈ পুনৰ কৈছিল,

'বংশৰ পৰম্পৰা ৰক্ষা কৰাটো তোমাৰ কাম, ডাঙৰ হ'লে এই কথা পাহৰি নাযাবি। ৰামেশ্বৰহঁতৰ ঘৰৰ পৰাই তোৰ প্ৰতিযোগী ওলাব। তই এতিয়াৰ পৰাই ঘোঁৰাত উঠি চেঁকুৰাবলৈ শিকিব লাগিব।'

'ৰামেশ্বৰ কাকীয়ে এইবাৰ জিকিলেনে নাই। সিহঁতৰ ঘৰতো আমাৰ দৰে কাপ এটা দেখি আহিলো।' বাপেক মনাইৰ চকুলৈ চাই মোহনে সুধিছিল। পুতেকৰ কথা শুনি হাতৰ আপং বাটিত পুনৰ সোহা এটা মাৰি মনায়ে কৈছিল,

'সিও পাইছে। সি জিকা কাপটোৰ নাম হ'ল কল্যানী টি কাপ।'

বাপেক মনায়ে মোহনক ঘোঁৰা চেঁকুৰাবলৈ শিকিব লাগিব বুলি কোৱা দিনৰে পৰা চাপৰিত, মথাউৰিৰ ওপৰত সুবিধা পালেই সি ঘোঁৰাৰ পিঠিত জাপ

মাৰি উঠি ঘোঁৰা দৌৰাবলৈ আৰম্ভ কৰিছিল। গাঁৱৰ এমূৰে মথাউৰিৰ কাষত থকা এল পি স্কুলখনলৈ মোহন গৈছিল যদিও শ্ৰেণী চলি থকা অৱস্থাত একমাত্ৰ ঘোঁৰাৰ পিঠিত উঠি চাপৰিত, মথাউৰিত দৌৰি ফুৰাৰ সপোন দেখি থকা বাবে সি আৰু পঢ়া-শুনাত বিশেষ আগুৱাব নোৱাৰিলে। ককাকৰ দিনৰ ঘোঁৰাটোৰ নাম গোৱালী বুলি মোহনে এল পি স্কুলত থকা দিনতে শুনিছিল। তাৰ দেউতাকৰ ঘোঁৰাটোৰ নাম আছিল লালফুটা।

এই লালফুটা নামটো হেনো ব্ৰহ্মপুত্ৰৰ ঘাটৰ ফেৰীত কাম কৰা বিহাৰী কেইজনে দিছিল। ক'লা বৰণৰ ঘোঁৰা মোহনহঁতৰ গাঁৱত পাবলৈ নাছিল যদিও দেউতাক মনাইৰ ঘোঁৰাটো কিছু ক'লা বৰণৰ আছিল। ক'লা বৰণ বোলাতকৈ ডাঠ বাদামী ৰঙৰ বুলিহে ক'ব পৰা তজবজীয়া ঘোঁৰাটোৰ কপালৰ ঠিক সোঁমাজতে এটা ৰঙা ফুটাৰ দৰে নোম আছিল। তাকে দেখি ঘোঁৰাটোৰ নাম লালফুটা বুলি ফেৰী ঘাটত কাম কৰা বিহাৰী কেইজনে দিছিল। গাঁৱৰ কাষৰ মথাউৰিৰ পৰা ব্ৰহ্মপুত্ৰলৈকে সিঁচৰিত হৈ থকা বহল চাপৰিত চৰি-মেলি কেতিয়াবা ঘাট পৰ্যন্ত মোহনৰ দেউতাকৰ ঘোঁৰাটো পাইছিলগৈ। স্কুল ছুটী হোৱাৰ লগে লগে ঘোঁৰাটো বিচাৰি যোৱাৰ দায়িত্ব মোহনৰ পৰিছিল। চাপৰিত সম্ভাব্য ঠাইত ঘোঁৰাটো বিচাৰি নাপালে মোহনে তাক বিচাৰি ঘাটলৈকে গৈছিল। তাক দেখি ঘোঁৰাটো বিচাৰি অহা বুলি গম পাই ঘাটৰ বিহাৰীকেইজনৰে কোনোবা এজনে তাক কৈছিল।

'লালফুটাকো অভি অভি ইহা দেখা থা। মথাউৰি ফলে গৈছে কিজানি! ঘৰৰ ফালে যাব পায়। তই লালফুটাৰ মালিক মনাইৰ পুতেক মোহন নহয় জানো? যাব, ঘৰ যাব, লালফুটাকো ঘৰমে মিল যায়েগা।'

মিছিং ভাষা লগাই হিন্দী কোৱা বিহাৰীজনৰ কথা বুজিব পাৰি লালফুটাক বিচাৰি একে দৌৰে মোহনে মথাউৰি পাইছিলহি। তাৰ অজ্ঞাতে ঘৰৰ ঘোঁৰাটো দেখিছে নেকি বুলি মথাউৰিত গাঁৱৰ কাৰোবাক সুধোতে মোহনে 'আমাৰ লালফুটাৰ দেখিছিল নেকি?' বুলিয়েই সুধি পেলাইছিল। লালফুটানো কোন বুলি বহুতে তাক ওলোটাই প্ৰশ্ন কৰিছিল।

'তহঁতৰ লালফুটা মানে কাৰ কথা ক'ব বিচাৰিছ অ' মোহন।'

'আমাৰ ঘৰৰ ঘোঁৰাটোৰ কথা সুধিছোঁ।'

'তহঁতৰ ঘৰৰ ঘোঁৰাটোৰ নাম কেতিয়াৰ পৰা লালফুটা হ'লনো?'

'মই নাজানো। সেই ঘাটৰ বিহাৰী কেইটাই তাক লালফুটা নাম দিছে। ঘৰতো আজিকালি লালফুটা বুলিয়েই মাতে।' 'অ' বুজিছোঁ তহঁতৰ কাজল বৰণীয়া ঘোঁৰাটোৰ কঁপালত ৰঙা ফুটৰ দৰে দাগ এটা থকা যেন দেখি। এই অলপ আগতে তহঁতৰ ঘৰৰ ফালেই ঘোঁৰাটো গৈছে। তই খৰকৈ গ'লে মথাউৰিতে তাক পাবি কিজানি।'

স্কুল ছুটী হোৱাৰ লগে লগে মোহনে লালফুটাক বিচাৰি যোৱাৰ কাৰণ আছিল গধূলি বেলি পৰাৰ আগতে তাৰ পিঠিত উঠি মথাউৰিত চেঁকুৰ মৰা। ঘাট পৰ্যন্ত তাক বিচাৰি নাপায় মোহন মথাউৰিত উঠা মানে বেলি পৰিবৰ হৈছিল। তাৰ পিঠিত উঠি চেঁকুৰিবলৈ পোৱাৰ পৰা বঞ্চিত হোৱাৰ দুখতকৈ মোহনৰ ভয় হৈছিল ফুট গধূলি দেউতাকৰ অতি মৰমৰ লালফুটাক কঁহুৱা-খাগৰি বনৰ মাজৰ পৰা ওলাই আহি কেনেবাকৈ বাঘে আক্ৰমণ কৰে বুলি। তাৰ লগৰ মণিকৰ দেউতাকৰ অতি মৰমৰ পোৱালি নামৰ তেজাল বগা ঘোঁৰাটো এসপ্তাহমানৰ আগতে গাঁৱৰ সন্মুখত মথাউৰিৰ পৰাই ফুট গধূলিতে বাঘে উঠাই লৈ গৈছিল। গোটেই দিনটো চাপৰিত বিচৰণ কৰি পেট ভৰাই খাই গধূলি মথাউৰিত উঠি খন্তেক ঘাঁহ পাগুলি থাকোতে বন ৰজাই চকুৰ পলকতে পোৱালিজনীক উঠাই লৈ গৈছিল। পিছদিনা গোটেই দিনটো বিচাৰিও পোৱালিক নাপাই মাণিকৰ দেউতাক ৰামেশ্বৰ চিন্তিত হৈ পৰিছিল। বন ৰজাই ধৰি নিয়াৰ শংকা কৰি যদি পোৱালিক মাৰি খাই পেলাইছে তেন্তে আকাশত শগুণ দেখা যাব বুলি বহল চাপৰিৰ আকাশলৈ শগুণ দেখাৰ আশাৰে মাণিকৰ দেউতাক ৰামেশ্বৰে চাই ৰৈছিল। বাঘে খাবৰ বাবে জন্তু মাৰি নিলে আন জীৱ-জন্তু বা শগুণৰ দৃষ্টিৰ আঁতৰত ৰাখিবৰ বাবে মৃত জন্তুক যে লুকুৱাই ৰাখিব পাৰে এই কথা মাণিকৰ দেউতাক আৰু গাঁৱৰ আন মানুহৰো চিন্তা কৰিবৰ নহ'ল। কেইবাদিনো ...চাৰি পোৱালিক নোপোৱাত কোনোবা চোৰে তাক নিবও পাৰে বুলি মাণিকৰ দেউতাক ৰামেশ্বৰে মিবু মাতি আনি তাগিৰ চোৱাইছিল। পোৱালি গাঁৱৰ সন্মুখৰ চাপৰিতে আছে তাক বিচাৰি উলিয়াব পৰা যাব বুলি মিবুৱে তাগিৰ চাই কোৱাত মিবুৰ পৰামৰ্শ অনুসৰি অপায়-অমংগলৰ দেৱ-দেৱীলৈ কুকুৰা মাৰি সেৱা আগবঢ়াইছিল। মিবুৱে কোৱা মতেই চাপৰিত পোৱালিক বিচাৰি পোৱা গৈছিল, কিন্তু জীৱিত অৱস্থাত নহয়, মঙহহীন কংকালটোহে পোৱা গৈছিল। গাঁৱৰে তাপাক নামৰ ম'হ গোৱালটোৱে চাপৰিত কুকুৰ-শিয়ালে গৰু নে ম'হৰ হাড় চোবাই থকা দেখি আহিছো বুলি মাণিকৰ দেউতাকক খবৰ দিছিলহি। খবৰ পোৱা মাত্ৰকে উধাতু খাই দৌৰি যোৱা দৰে মাণিকৰ দেউতাক ৰামেশ্বৰে ম'হ গোৱাল তাপাকে কোৱা ঠাইত গৈ জন্তুৰ হাড় পৰি থকা দেখি ভালকৈ নিৰীক্ষণ কৰি সিঁচৰিত হৈ পৰি থকা বগা ছালৰ পৰা ভালকৈয়ে গম পাইছিল যে সেয়া তাৰেই অতি মৰমৰ পোৱালিৰ হাড়-মূৰ। অতি মৰমৰ পোৱালিক বন ৰজাই খালে বুলি নিশ্চিত হোৱাৰ লগে লগে পোৱালিৰ হাড়-মূৰ পৰি থকা ঠাইতে বহি লৈ ঘৰৰ কোনোবা মৰাৰ দৰে মাণিকৰ দেউতাক ৰামেশ্বৰে কান্দিছিল বুলি মোহনে শুনিছিল। বন ৰজাই পোৱালিক খোৱা খবৰটো মাণিকহঁতৰ ঘৰলৈ আহি পোৱাৰ লগে লগে বনজুইৰ দৰে সেই খবৰ গাঁওখনত বিয়পি পৰিছিল। গাঁৱৰে কোনোবা মৰিলে মৃতকৰ

ঘৰত গাঁৱৰ মানুহ যেনেকৈ তৎক্ষণাৎ গোট খাইহি ঠিক তেনেকৈ পোবালি মৰা খবৰ পাই গাঁৱৰ মানুহে মাণিকহঁতৰ ঘৰত গোট খাইছিলহি। মাণিকৰ সম্বন্ধীয়া হিচাপে মোহনেও গৈছিল। ঘৰৰ কোনোবা মৰিলে মিছিং মুনিহ-তিৰোতাই যি সুৰত চিএগ্রৰি চিএগ্রৰি কান্দে পোবালিৰ নাম লৈ সেই একেটা সুৰত কন্দা মোহনে দেখিছিল। সেয়ে মোহন লালফুটাক লৈ চিন্তিত পৰিছিল।

এতিয়া আৰু সেই ৰামো নাই অযোধ্যাও নাই বুলি মোহনে জানে। বাঘে খোৱা পোবালিৰ লগতে মাণিকৰ দেউতাক ৰামেশ্বৰ আৰু নিজৰ দেউতাক মনাই কেতিয়াবাই মৰি ভূত হ'ল। বৰ লুইতৰ গৰাখহনীয়াই ল'ৰালি কালৰ বাঘে-ঘোঙে ভৰি থকা বহল চাপৰি নিঃশেষ কৰি গাঁৱৰ লগত লাগি থকা মথাউৰি পালেহি। ইকৰা-খাগৰিৰে ভৰা বহল চাপৰিৰ বনৰীয়া জীৱ-জন্তুবোৰ যে ক'ত গ'লগৈ মোহনে ভাবিয়েই নাপালে। আজিকালি গাঁৱৰ গৰু-ম'হ-ঘোঁৰাক চাপৰিৰ বাঘে ধৰি নিয়াৰ ভয়তকৈ চাপৰি অবিহনে খাবলৈ নাপায় মৰাৰ ভয়হে বেছি হোৱা হ'ল। ভৰ বাৰিষা বৰ লুইতৰ তীব্ৰ সোঁতে উটুৱাই নিয়াৰ ভয়টোতো প্ৰতি বছৰে থাকেই।

গাঁৱৰ বা চুবুৰীয়া গাঁৱৰ যি কেইঘৰ মানুহৰ গৰু-ম'হ বা ঘোঁৰা সৰহকৈ আছে তেওঁলোকে হয়তো মোহনৰ দৰে চিন্তিত নপৰে। কিন্তু হাল বাবৰ বাবে একমাত্ৰ এহাল গৰু আৰু ঘোঁৰা দৌৰ প্ৰতিযোগিতাত যোগদানৰ বাবে মাত্ৰ এটা ঘোঁৰা থকা মোহনে গৰুহাল আৰু ঘোঁৰাটোৰ কথা চিন্তা কৰিবলগীয়া হয়। ঘৰৰ গাহৰি, মুৰ্গী আৰু আন পোহনীয়া জন্তুৰ প্ৰতি মোহনে বিশেষ নাভাবে। সেয়া ঘৰৰ মাইকী মানুহৰ কাম, ঘৈণীয়েক বিতালীয়েই চম্ভালিব বুলি সি ভাবে। যোৰহাট চহৰৰ জিমখানা ক্লাবৰ খেল মাটিত পতা ঘোঁৰা দৌৰ প্ৰতিযোগিতাত জয়ী হৈ সি তাৰ ঘৰখনৰ পৰম্পৰা ৰক্ষা কৰিব লাগিব বুলি দায়িত্বজ্ঞান থকা বাবে মোহনে তাৰ অতি মৰমৰ ঘোঁৰা আজনৰ আলপৈচান ল'ব লগাত পৰে। মিছিংসকলৰ জাতীয় উৎসৱ আলি-আই-লিগাং পতাতো তাৰ বাবে প্ৰয়োজন, কিন্তু আলি-আই-লিগাং উৎসৱৰ আগে আগে পতা জিমখানা ক্লাবৰ ঘোঁৰা দৌৰ প্ৰতিযোগিতাত জয়ী হোৱাতো কম প্ৰয়োজন বুলি মোহনে নাভাবে। ঘোঁৰা দৌৰ প্ৰতিযোগিতাত জয়ী হোৱাত ঘৰখনৰ পৰম্পৰাৰ কথা এটা আছে, মান-সন্মানৰ কথা এটা আছে। এই পৰম্পৰা আৰু মান-সন্মান ৰক্ষা কৰিব নোৱাৰিলে ইতিমধ্যে মৰি উয়ু হোৱা তাৰ ককাদেউতাক তামুদ, দেউতাক মনাইহঁতৰ য়ালই শান্তি নাপাব বুলি মোহনে ভাবে। যোৱা বছৰ যোৰহাট চহৰৰ জিমাখানা ক্লাবৰ খেল মাটিত পতা ঘোঁৰা দৌৰ প্ৰতিযোগিতাত কেইবাটাও কাপ পুৰস্কাৰ হিচাপে দিছিল। আজনে মোহনক পিঠিত তুলি লৈ তীব্ৰ গতিত দৌৰি যোৰহাট গ্ৰুপ কাপ জয়ী কৰাইছিল। মোহনৰ মাথ অৰ্থাৎ তাৰ ঘৈণীয়েক বিলাতীৰ ককায়েক মাণিক

মিলিয়ে তাৰ ধুমুহা নামৰ ঘোঁৰাটোৱে জে থমাছ্ কাপ জিকিছিল। তাকাৰ নামৰ ঘোঁৰাটোৱে বিকাশ টায়ে পাইছিল জালান চেৰিটি ট্ৰাষ্ট ক্লাবৰ কাপ, টাটা টি কাপ পাইছিল বংশী মিলিৰ ঘোঁৰা ৰবটে, মস্কো বোলা ঘোঁৰাটোৱে গিলেগুৰচ আৰু বুটনী কাপ জিকিছিল ৰমেন কামানে আৰু অজয় নামৰ ঘোঁৰাটোৱে বিমলাপুৰ টি কাপ পাইছিল বৰ্গৰাম টায়ে। এইবাৰৰ ঘোঁৰা দৌৰ প্ৰতিযোগিতাত আজনৰ যোগেদি পুনৰ কাপ জিকি ঘৰখনৰ পৰম্পৰা ৰক্ষা কৰিবই লাগিব বুলি মোহন নিজে নাখাই হ'লেও যোৰহাটলৈ যোৱা ৰাস্তাৰ মথাউৰিৰ লগত সংলগ্ন হোৱা তিনি আলিত থকা কেএগ্ৰা দোকানখনৰ পৰা বেঁচা বুট আনি আজনক খাবলৈ দিবলৈ অকণো কৃপণালী কৰা নাই।

পুৱা বা গধূলি সুবিধা অনুসৰি আজনৰ পিঠিত উঠি মোহনে মাজে সময়ে তীব্ৰ গতিত দৌৰ মৰাৰ অভ্যাস কৰে। বেচেৰা আজনৰ গাত এনেই মঙহ কম, যোৰহাটৰ বহু দৰ্শকে আজন বা আন ঘোঁৰাক এনেই ছাগলী ঘোঁৰা বুলি কয়, তৎসত্বেও এই মঙহহীন ছাগলী ঘোঁৰা আজনৰ যোগেদিয়েই ঘৰৰ আৰু বংশৰ পৰম্পৰা ৰক্ষা কৰিবলৈ মোহন দৃঢ় প্ৰতিজ্ঞ।

'নক্ আজন বীম্ ল্ঙী-য়ুম্মীম্ আঁদীকই কুম্না দুয়েবন্ আই-তোৰ আজনক দিনে-ৰাতিয়ে কিমান পূজা-সেৱা কৰি থাকিবি আৰু।'

আজনৰ মূৰত হাতেৰে মৰম কৰি দি এইবাৰো সি যাতে প্ৰথম পুৰস্কাৰ আনি দিব পাৰে তাৰে বাবে দঃগ্ৰিও-পল, তাত-য়ায় আদি পূৰ্বপুৰুষৰ আশীৰ্বাদ বিচাৰি ক্ষন্তেক চকু মুদি মৌনভাৱে থাকোতে মোহনে ঘৈণীয়েক বিলাতীৰ মাত শুনিলে। ঘৈণীয়েক বিলাতীৰ ওপৰত টিঙিচকৈ খং উঠি গৈছিল যদিও নিজকে চম্ভালি মোহনে ক'লে,

'আজনক চোৱা-চিতা কৰি থাকোতে তেনেকৈ নকবিচোন। তাৰ লগতে দিনে-ৰাতিয়ে তইঁতকো চোৱা নাই জানো? ঘোঁৰা দৌৰ প্ৰতিযোগিতাৰ আগত আজনক লৈ তেনে মন্তব্য নিদিবি।'

'আমিতো আজনক লৈ কথা ক'লেই জগৰ লাগে। প্ৰতিবছৰে লিগাঙৰ বাবে চাউল, আপং মইহে যোগাৰ কৰিব লাগে। পুঃৰাং আপিনৰ বাবে তৰা পাত ইমান বছৰে ময়েইতো আনিবলগীয়া হৈছে। কৌপাতৰ পুঃৰাং আপিন যে খাবলৈ নোপোৱা কিমান বছৰ হ'ল। এনেকি তোৰ লগত বিয়া হোৱাৰে পৰা লিগাঙৰ বাবে মাছো ময়েই মাৰি আনিবলগীয়া হৈছে।'

গাহৰিক দানা দি থাকি অভিমানী সুৰত ঘৈণীয়েক বিলাতীৰ কথা শুনি আজনৰ গা মোহাৰি দি মোহনে ক'লে,

'তৰা পাতচোন আমাৰ বাৰীৰ সিপাৰেই পায়। কৌপাতনো আমাৰ ইয়াত ক'ত পাবি?। কৌপাত লাগিলে যোৰহাট-মৰিয়নী হৈ নগা পাহাৰৰ পৰা আনিব লাগিব দেখোন।'

'এইবাৰ পাৰিলে আজনৰ পিঠিত উঠি নগা পাহাৰৰ পৰা কৌপাতকে লৈ আনিবিচোন। যোৰহাটৰ পৰা মৰিয়নীলৈ বেছি দূৰ নহয় বুলি শুনিছো। চাউল আপংবোৰ মঞেই যোগাৰ কৰিম বাৰু।'

'ইচ্ ৰাম, তয়ো যে কথাবোৰ কৱ আৰু! আজনক নগা পাহাৰলৈ নিব লাগিলে জোকে খাই মাৰিব দেখোন! আমাৰ ইয়াৰ কাজুইঁতে তাহাঁতৰ হাতীটোৰে নগা পাহাৰত কাঠ টনা কাম কৰোতে মাউতকে ধৰি জংঘলত কাম কৰা সকলোকে বাম জোকে বৰ খাই বুলি শুনিছো।'

'আমি মাইকী মানুহবোৰে দ'লনিত মাছ মাৰোতে ম'হ জোকলৈকে ভয় নকৰো আৰু তই মতা মানুহটো হৈ বাম জোকলৈ ভয় কৰ!'

'মই বাম জোক বা ম'হ জোকলৈ ভয় নকৰো অ'ই। আজনক জোকে খাব লাগিলে, তাৰ কিবা হ'ব লাগিলে কি হ'ব বাৰু?'

'হ'ব দে, তোৰ আজনৰ কথা আৰু নকবি। ইমান বছৰে মঞেই সকলো কৰি আলি-আই-লিগাং উৎসৱ পাতিছো যেতিয়া এইবাৰো পাৰিম। তইঁত দুটাই যোৰহাটত গৈ কি কৰ কৰিবিগৈ।'

গাহৰি দানা দি হোৱাত কথাখিনি কৈ হুমুনিয়াহ এটা কাঢ়ি মোহনৰ ঘৈণীয়েক বিলাতীয়ে চাংঘৰৰ কংবাঙৰ ফালে গ'লগৈ। আজনৰ পিছিত হাত বুলাই থাকি চাংঘৰৰ ফালে যোৱা ঘৈণীয়েক বিলাতীলৈ চাই মোহনে ভাবিলে, তাৰ ঘৈণীয়েক বিলাতীও যদি যোৰহাট জিমখানা ক্লাবৰ খেল মাটিত ঘোঁৰা দৌৰ প্ৰতিযোগিতাত জয়ী হৈ পুৰস্কাৰ লওঁতে দেখা মেমচাহাববোৰৰ দৰে হোৱা হ'লে! ইমান ধুনীয়া সাজ-পাৰ পিন্ধি চকুত ক'লা চছমা পিন্ধি ইমান ধুনীয়া মেম-চাহাববোৰে মোহনহঁতকৈও ঘোঁৰাবোৰক কি মৰমৰ দৃষ্টিৰে চায়। নিজৰ মানুহজনীৰ নামটোহে বিলাতী মনটো বিলাতী নহয়। ছেঃ নিজেই বিলাতী চাহাব নহয় যেতিয়া ঘৈণীয়েকক বিলাতী মেম-চাহাবৰ দৰে হোৱাতো বিচৰাতো ভুল! আজনৰ বাবে তাক টান কথা শুনালেও ঘৰখনটো তায়েই চম্ভালি আছে!

ঘৈণীয়েক বিলাতীক লৈ মোহনৰ আৰু ভাবিবৰ মন নগ'ল। আজনৰ কাষৰ পৰা আঁতৰি আহি আপং এবাটিকে খোৱা যাওক বুলি ভাবি চাংঘৰৰ ফালে খোজ পেলালে।

**শব্দ অৰ্থঃ**

উঃয়ু— ভূত প্ৰেত, আপং— ঘৰুৱা মদ। য়িগ' মাথ— খুলশালী-ভিনিহি। এম এ— দ্বিতীয় পত্নী। কাকী— খুৰা, শহুৰ। মিবু— পুৰোহিত, তাগিব-মঙ্গল চোৱা। য়াল—আত্মা, পুঃৱাং আপিন্—তৰাপাত বা কৌপাতত বান্ধি সিজোৱা ভাতৰ টোপোলা। কংবাং— চাংঘৰৰ জখলা।

# আচি উঃয়ু

আনী দঃগ্রিং-আবু পঃলৰ নামত এযোৰ মুৰ্গী উৰ্চগা কৰি উচ্ছৰ্গিত মুৰ্গী মাংসৰে অম্বেপাতৰ আঞ্জা বনাই জিলাৰ পৰা ৰাইজৰ দুখ-দুৰ্গতিৰ খবৰ ল'বলৈ অহা হাকিমসকলক পঃৰ আপঙেৰে সৈতে পাৰ্যমানে আপ্যায়িত কৰিলে। যোবাবাৰ গাইনদী আৰু জীয়াঢল নদীদ্বয়ে আবু বৰলুইতৰ লগ লাগি চি চি টঙানীৰ সমগ্ৰ অঞ্চল যিহে বানপানীৰ তাণ্ডৱ লীলা দেখুৱালে এইবাৰো যে আচি উঃয়ুৰ কোপদৃষ্টিত অঞ্চলটোৰ লগতে ৰতনপুৰ চাৰিঘৰীয়া মিচিং গাঁওখন নপৰিব তাৰ নিশ্চয়তা গাঁওখনৰ গাঁওবুঢ়া বোধেশ্বৰ পাইতে গাঁওবাসীক দিব নোৱাৰিলে। শস্য শ্যামলা চিচি টঙানি অঞ্চল যোবাটো বানত মৰুভূমি সদৃশ হৈ পেটত ভাত মুঠি খোৱাৰ চিন্তাত ৰাইজ বিবুধিত পৰিলেও সেয়ে সময় থাকোতেই গাঁৱৰ ইঘৰ-সিঘৰৰ পৰা এসিকি-দুসিকি তুলি আচি উঃয়ু অৰ্থাৎ জলদেৱতাৰ পূজা ৰতনপুৰ চাৰিঘৰীয়া মিচিং গাঁওখনে পাতিলে।

আচি উঃয়ুৰ বাবে পূজা-পাৰ্বণৰ কাম শেষ হোৱা সময়তে ধেমাজিৰ পৰা হাকিম ৰঘুনাথ মেদক চাৰিঘৰীয়া মিচিং গাঁওখনত ওলাইছিলহি। তেওঁৰ লগত তেওঁতকৈ কনিষ্ঠ হাকিম শান্তনু বৰদলৈও আহিছিল। দুয়োগৰাকী হাকিমৰ মিচিং গাওঁবাসীৰ প্ৰতি থকা সহৃদয়তাৰ কথা গাঁওবাসীয়ে জানে বাবে দুৰ্দিনত পতা আচি উঃয়ুৰ পূজাতো দুয়োকে পঃৰ আপং আৰু মুৰ্গীৰ আঞ্জা ৰাইজে হেঁপাহ পলুৱাই খুৱালে। ৰাইজৰ ক্ষীণ আশা এটা, জানোচা হাকিম ৰঘুনাথ মেদক ডাঙৰীয়াই চৰকাৰী সাহায্য আদিৰ কথা ঘোষণা কৰেই!

বছৰটোৰ বাৰটা মাহৰ প্ৰতিটো দিনেই আপং নহ'লে নচলা হাকিম ৰঘুনাথ মেদকে আপং পালে যে নকৰিবলগীয়া কাম কৰিব পাৰে ৰতনপুৰ চাৰিঘৰীয়া গাঁওৰ নাবৃজং কুলি, বকুল দলে, মনেশ্বৰ পাতিৰ, তৰামাই পেগুহঁতে জানে। চৰকাৰী চাকৰিত সোমোৱা দিনৰে পৰা লক্ষীমপুৰ, ধেমাজি, জোনাইৰ বাহিৰত চাকৰি কৰি নোপোৱা ৰঘুনাথ মেদকে স্থানীয় ৰাজনীতিক আৰু ওপৰৱালা বিষয়াক কেনেকৈ সন্তুষ্ট কৰি ৰাখিব লাগে এই কথাও জানে বুলি গাঁৱৰ ৰাইজে অহকাণে-পহুকাণে শুনি আহিছে। আপং দুবাটিমান পেটত পৰিলে সকলোকে সন্তুষ্ট কৰিব পৰা কাম কৰাৰ উপৰি ৰাইজৰ কামো বহু কৰিব পাৰে হাকিম ৰঘুনাথ মেদকে। গাঁৱলৈ আহি মনঃপুত আপং নাপালেহে কেতিয়াবা অগ্নি শৰ্মা হোৱা ৰতনপুৰ চাৰিঘৰীয়া ৰাইজে দেখিছে। যোবাবাৰ ভৰ বাৰিবাৰ কথা ৰাইজৰ এতিয়াও স্পষ্টকৈয়ে মনত আছে। ব্ৰহ্মপুত্ৰ ঘাটিত চলা ভাপ নাও এখন চিপাহী-চন্তৰীসহ শান্তনু বৰদলৈ বোলা ডেকা হাকিমজনক লগত লৈ হাকিম ৰঘুনাথ মেদক

বানপানীৰ বুজ ল'বলৈ ৰতনপুৰ চাৰিঘৰীয়া গাঁৱৰ গাঁওবুঢ়া বোধেশ্বৰ পাইতৰ চাংঘৰত উঠিছিলহি। গাঁৱৰ প্ৰায়বিলাক চাংঘৰেই ইতিমধ্যে বানপানীত বুৰ গৈছিল। তক্তাপোচৰ ওখ চাং ঘৰ বাবে গাঁওবুঢ়া বোধেশ্বৰ পাইতৰ চাংঘৰটো বানপানীত ডুব যোৱাৰ পৰা কোনোৰকম বাচি আছিল। একেবাৰে চাং ঘৰৰ কাষলৈকে নাও চপাই হাকিম ৰঘুনাথ মেদক চাংঘৰৰ বাৰাণ্ডাত থকা ভগা হেন্দেলৰ চকীত বহি লৈ বৰদলৈ বোলা হাকিম জনকো কাষত থকা বেঞ্চখনত বহিবলৈ দি গাঁও বুঢ়া বোধেশ্বৰ পাইতক উদ্দেশ্যি কৈছিল,

"কিহে পাইত গাঁওবুঢ়া, এইবাৰ বানপানীয়ে আপোনোলোকৰ খেতি-বাতি বৰ বেয়াকৈ ক্ষতি কৰিলে যেন পাওঁ।"

ইতিমধ্যে চাংঘৰৰ বাৰাণ্ডাত হাকিম আহিব বুলি গম পাই থিয় দি থকা গাঁওবুঢ়া বোধেশ্বৰ পাইতে মেদক হাকিমৰ কথাত হয়ভৰ দি ক'লে, "আপোনালোক নাওত আহোঁতে বানপানীৰ অৱস্থা দেখিছেইচোন ছাৰ। খেতি-বাতি একেবাৰে শেষ কৰি পেলালে। ঘাটৰ ভাপ নাও মোৰ ঘৰলৈকে পাইছেহি যেতিয়া বানপানীৰ প্ৰকোপ আৰু ৰাইজৰ দুৰৱস্থাৰ কথা ক'বলৈ কি থাকিল। আপোনালোক হাকিম মানুহ, সকলো জানেই।"

"আমি সেইকাৰণেই আহিছোঁ। বানপানী চৰজমিন তদন্ত কৰি ৰাইজক সাহায্য দিবৰ বাবে চৰকাৰলৈ লিখিব লাগিব। আপোনালোকে চিন্তা কৰিব নালাগে।"

"আমাৰ নিজৰ মানুহ এজন হাকিম যেতিয়া আমি চৰকাৰী সাহায্য পাম বুলিয়েই আশা কৰিছোঁ ছাৰ। নিজৰ মানুহ নহ'লে এই ভৰ বাৰিষাত আন কোনো হাকিম ইয়ালৈ নাহে।"

"এহ্ তেনে কথা নহয়হে পাইত গাঁওবুঢ়া। এয়াচোন মোৰ লগত শান্তনু বৰদলৈ বোলা হাকিমজন আহিছে। চৰকাৰী বিষয়াৰ জাত পাতৰ কথা নাই বুজিছে পাইত, আমাৰ কৰ্তব্য আমি কৰি যাওঁ।"

হাকিম ৰঘুনাথ মেদকৰ কথাত বোধেশ্বৰ পাইতে অলপ লাজ পোৱা দৰে কৰি ক'লে, "আমি গাঁৱলীয়া মানুহ বাবে এইবোৰ কথা বৰকৈ নাজানো ছাৰ। কিবা ভুল হ'লে দায়দোষ নধৰিব আৰু।"

"হ'ব দিয়ক। পিছে গোটেই গাঁওখনৰ চাংঘৰেই পানীত ডুব যোৱা দেখিছোঁ, গাঁৱৰ ৰাইজ ক'ত উঠিছেগৈ।" ক'ৰবাত স্কুল আদিত আশ্ৰয় লৈছেগৈ নেকি?"

"চাংঘৰেই ডুব গ'ল, আকৌ মাটি ঘৰৰ স্কুলত আশ্ৰয় লয় ছাৰে। অৱশ্যে সেই পোৱাল দলে মধ্য ইংৰাজী বিদ্যালয়ৰ সন্মুখৰ ওখ মথাউৰিত গাঁৱৰ ৰাইজ আশ্ৰয় লৈছেগৈ।" হাকিম ৰঘুনাথ মেদকৰ প্ৰশ্নৰ উত্তৰ গলহেকাৰি এটা মাৰি গাঁওবুঢ়া বোধেশ্বৰ পাইতে এইদৰে দিলে।

চিগাৰেট এটা জ্বলাই লৈ ৰঘুনাথে মেদক পুনৰ সুধিলে, "মথাউৰিত কিমান মান মানুহে আশ্ৰয় লৈছে বাৰু? বানবিধ্বস্ত মানুহে সাধাৰণতে স্কুল আদিত আশ্ৰয় লয় বাবে এইডোখৰ ঠাই যে চাংঘৰীয়া মিচিং মানুহৰ এই কথা পাহৰিয়েই গৈছিলো দিয়ক!"

"আমাৰ চাৰিঘৰীয়া গাঁৱৰ মানুহ স্কুলখনৰ সন্মুখৰ মথাউৰিত আছে, সেই হিচাপত তিনি চাৰি হেজাৰৰ কম মানুহ নহ'ব ছাৰ।"

"হেৰি বৰদলৈ নোট কৰি যাওকচোন হিচাপবোৰ।" হাকিম শান্তনু বৰদলৈক মানুহৰ আনুমানিক হিচাপবোৰ লিখি ল'বলৈ কৈ চিগাৰেটত দীঘল সোহা এটা মাৰি হাকিম মেদকে পুনৰ ক'লে,

"আমি নাও লৈ তালৈ যাব পাৰিম চাগে, নহয়নে গাঁওবুঢ়া?"

"পাৰিব, পাৰিব। এই ভাপ নাওখন নগ'লে আমাৰ গাঁৱৰে বহু সৰু নাও আছে। আপোনালোকক লৈ যোৱাৰ ব্যৱস্থা মই কৰি দিম। এতিয়াই যাব নেকি ছাৰ?"

গাঁওবুঢ়াৰ কথাত হাকিম মেদকে হাঁহি এটা মাৰি ক'লে, "যাম, এতিয়াই যাম দিয়ক। পিছে আমি আপোনোলোকৰ ইয়ালৈ আজি আহিম বোলা খবৰ বকুল দলেক কৈ পঠাইছিলো। আপোনোক নজনালেই নেকি। আপোনাৰ ইয়াত ৰাইজ গোট খোৱা নাপালো।"

"জনাইছিল ছাৰ। কিন্তু এইহেন বানপানীত ৰাইজ মোৰ ইয়াত গোট খোৱাটোৱেই সমস্যা হৈ পৰিল।"

"হ'ব দিয়ক। পিছে পৰেও ৰাইজক লগ কৰিম। পিছেআমি অহাতো জানেই যেতিয়া কিবা আপং পানী যোগাৰ কৰি থৈছে যেতিয়া উলিয়াওক। খাই মেলি যাওঁ।"

হাকিম মেদকে আপঙৰ কথা কোৱাত বিবুধিত পৰাৰ দৰে গাঁওবুঢ়া বোধেশ্বৰ পাইতে ক'লে, "ছাৰ বৰ ডাঙৰ কথাই হ'ল, যোৱা দুসপ্তাহমান বানপানীৰ কবলত পৰি ঘৰৰ মানুহজনীয়ে আপং বনাবলৈ শুকান খৰিয়েই যোগাৰ কৰিব পৰা নাই। শুদা চাউলখিনি ভাতৰ বাবে কোনো ৰকম তিতা খৰিৰেই সিজাই আছে। শাক-পাচলি, আঞ্জা-তৰকাৰী বুলিবলৈও একো খাবলৈ পোৱা নাই।"

আপং নাই বুলি শুনি হাতৰ চিগাৰেট টুকুৰা দূৰলৈ দলিয়াই দি হঠাৎ খঙত অগ্নিশৰ্মা হৈ হাকিম ৰঘুনাথৰ মেদকে ডাঙৰ মাতেৰে ক'লে,

"কিহে গাঁওবুঢ়া, আপুনি আমাক ইমান সময় বহাই ৰাখি আপং এবাটি যোগাৰ কৰিব নোৱাৰে! তাতে মই আহিম বুলি আগতীয়াকৈ খবৰ দি পঠাইছো।"

হাকিম মেদকৰ খঙাল সুৰ শুনি ভয়াৰ্তভাৱেৰে গাঁওবুঢ়া বোধেশ্বৰ পাইতে ক'লে, "নহয় লাজেই পাইছো। আমাৰ মানুহ বুলিহে এইখিনি ক'লো।"

"ক'ত আমাৰ মানুহ, পৰৰ মানুহৰ কথা কয় গাঁওবুঢ়া। এইহেন বাৰিষাত ইমান কষ্ট কৰি আপোনালোকৰ ইয়ালৈ আহিছো, বানত উটি অহা পছুৰ মাংস সহ ভালকৈ আপং দুবাটিমান খাই ভাগৰ মাৰি যামহি বুলি ভাবিছিলোঁ। সেই মেচাকীত যাওঁতে হেপাহ পলুৱাই পছ মাংসৰ আঞ্জা খালো।"

"আমাৰ ইয়াত।"

"আপোনালোকৰ ইয়াক কি-মানে নিজৰ জীৱন বিপন্ন কৰি বাট কুৰি বাই আহি সাহায্য দিবহি লাগে, আপং এবাটিও এই হাকিম মেদকক খুৱাব লাগে বুলি। আপোনালোকৰ কাণ্ডজ্ঞান নাই। বলকহে বৰদলৈ, এতিয়াই ইয়াৰ পৰা যাওঁ। গাঁওবুঢ়া পাইতে গম পোৱা নাই মোৰ একলম নহ'লে যে চৰকাৰী সাহায্য ফুটা কড়িও নাপাব।"

গাঁওবুঢ়া বোধেশ্বৰ পাইতৰ কথাত বাধা দি অগ্নিশৰ্মা হৈ হাকিম ৰঘুনাথ মেদকে ক'লে।

"ছাৰ, আমাৰ ইয়াত পছ, গাহৰি, আপং এতিয়া আৰু নাপাব। খন্তেক বহিলে, মই জিলাৰ পৰাই বিলাতীকে অনাই দিব পাৰিম। এই বাৰিষাত টুলুঙা নাওত জিলালৈ ক্ষন্তেকতে অহা যোৱা কৰিব পাৰি।"

গাওঁবুঢ়া বোধেশ্বৰ পাইতৰ কথাত ভেকাহি মাৰি হাকিম মেদকে ক'লে, "জিলাত হাত মেলিলেই এই মেদকে বহু বিলাতী বটল পায়, বুজিছেনে গাঁওবুঢ়া। এতিয়া আপুনি জিলালৈ বিলাতী হাফ এটাৰ বাবে মানুহ পঠাব আৰু আমি ইয়াত বোন্দাপৰ দি বহি থাকিম! বলক, উঠকহে বৰদলৈ আমি এতিয়াই যাওঁ ইয়াৰ পৰা। পুৱাই ওলোৱা আমাৰ লগত অহা চিপাহী কেইটাৰো ভোক লাগিব পাই।"

"ছাৰইঁতে ৰাইজক।"

"হ'ব, হ'ব, যাওঁতে বাটত ৰাইজক দেখা কৰি যাম। আপুনি লগত নাহিলেও হ'ব। এই চি চি টঙানী অঞ্চলটো মই চিনা আছে।"

ৰতনপুৰ চাৰিঘৰীয়া মিচিং গাঁৱৰ গাঁওবুঢ়া বোধেশ্বৰ পাইতক আৰু বেছি কথা কোৱাৰ সুবিধা নিদি সেই দিনা উচাৎ মাৰি অহা দৰে হাকিম ৰঘুনাথ মেদকে কনিষ্ঠ সহকৰ্মী শান্তনু বৰদলৈক লগত লৈ গুছি আহিছিল। মথাউৰিৰ কাষৰ দ' পানীত সাৱধানে ভাপ নাওখন ধেমাজিলৈ বুলি আহি থাকোতে পোৱাল দলে মধ্য ইংৰাজী বিদ্যালয়ৰ চাইনবোৰ্ডখন মথাউৰিত হেলনীয়া হৈ পৰি থকা ঠাইডোখৰতে নাও দেখি মানুহ গোট খাওঁতে হাকিম ৰঘুনাথ মেদকে ৰাইজৰ লগত বিশেষ কথা নাপাতিলে। কনিষ্ঠ হাকিম শান্তনু বৰদলৈক কথা পাতিবলৈ দি নিজে ঘনাই চিগাৰেট হুপাত লাগিছিল। বৰদলৈৰ ওপৰতো সেইদিনা হাকিম ৰঘুনাথ মেদকৰ খং উঠিছিল। কাৰণ ভৰ বাৰিষা মিচিং গাঁৱত আপং নাপাবও পাৰে বুলি ধেমাজিতেই কেইটামান বিলাতী আপঙৰ বটল মোনা এটাত ভৰাই

লগত নিবলৈ বৰদলৈক দায়িত্ব দিছিল। ভাপ নাওত উঠি বানাক্ৰান্ত চি চি টঙানীৰ ভৰ পানীৰ মাজতহে হাকিম মেদকে গম পাইছিল যে বৰদলৈয়ে বিলাতী আপঙৰ বটল কেইটা ধেমাজিতে পাহৰি আহিল।

খণ্ডৰ ভমকত ধেমাজিলৈ ঘূৰিবৰ পথত শান্তনু বৰদলৈৰ লগত কথা-বতৰা অনিচ্ছাকৃতভাৱেহে মেদকে পাতি আহিছিল।

"ছাৰ, সেই চাৰিঘৰীয়া গাঁৱৰ গাঁও বুঢ়াজনক আপুনি তেনেদৰে খং কৰি অহা ভাল নহ'ল নেকি!"

"কিহে শান্তনু, তুমি আকৌ জ্বলা জুইত ঘিউ ঢালিছাহি। সেই গাঁওবুঢ়া বোধেশ্বৰ পাইতক মই ভালকৈ চিনি পাওঁ দিয়া। আমি যাম বুলি জানিও আপং নাই যদি বিলাতী আপঙকে আনি থব পাৰিলে হয়। তাতে আমাৰ নিজৰ ভাগৰটো তুমি ধেমাজিতে এৰি আহিলা। এতিয়া এইবোৰ কথা পাতি মোৰ মূৰ গৰম নকৰিবা আৰু।"

শান্তনু বৰদলৈৰ কথাত ৰঘুনাথ মেদকে বিৰক্তিৰ সুৰত ক'লে। মেদকৰ কথা শুনি ভয় ভাৱত বৰদলৈয়ে পুনৰ ক'লে, "পিছে ছাৰ, গাঁওবুঢ়াই আমাৰ কথা মিনিষ্টাৰক লগাই যদি!"

"বৰদলৈৰ ভয় ভাৱ দেখি ডাঙৰকৈ হাঁহি মাৰি হাকিম ৰঘুনাথ মেদকে ক'লে, "হা, হা তুমিও যে কথাবোৰ কোৱা আৰু! কেলৈ যোবাবাৰ সৰু বানপানীতে, মানে যোৱাবাৰ ৰতনপুৰ চাৰিঘৰীয়া মিচিং গাঁওখন পানীত ডুব নোযোৱাকৈয়ে গাঁওবুঢ়া বোধেশ্বৰ পাইতে পকা খুঁটিৰে তক্তাপোচৰ এলাপেচা বানত ডুব নোযোৱা চাংঘৰ সাজিলে। আৰু সেই গাঁওবুঢ়াই মোৰ বিপক্ষে কয়!"

"কেনেকৈ ছাৰ? আপোনাৰ কথাবোৰ মই ভালকৈ নুবুজিলোঁ।" শান্তনু বৰদলৈয়ে উৎসুকতা প্ৰকাশ কৰি সুধিলে।

চিগাৰেটত হুপা এটা মাৰি হাকিম ৰঘুনাথ মেদকে ধেমেলীয়া সুৰত ক'লে, "তুমি যোৰহটীয়া ডেকা ল'ৰা মিছাকে হ'লাহে। এইবোৰত ৰিলিফ, কিবা-কিবি যোজনাৰ কথা আছে- বুজিছা। মিনিষ্টাৰো এইবোৰ কথা জানে। জোনাইত তিনিবিঘা মাটি সহ মোৰ এটা ঘৰ এনেই হ'ল বুলি ভাবিছা নেকি! এইবোৰো এক প্ৰকাৰ ৰাজনীতি বুজিছা, কুলাজান- চিলাপথাৰৰ মাজতো দহ বিঘামান খেতি মাটি কিনি থৈছো সেই ছোগতে। মোৰ লগত থাকিলে কেইদিনমানতে তুমি কথাবোৰ বুজি উঠিবা।"

ইমান দীঘলীয়াকৈ হাকিম ৰঘুনাথ মেদকৰ কোৱা কথাবোৰ ভোকে লঘোনে থকা শান্তনু বৰদলৈৰ কাণত বৰগৈ নোসোমাল যদিও ৰিলিফ, যোজনা আদি শব্দবোৰৰ অৰ্থ বুজি পোৱা দৰে হৈছিল।

আজি উঃ য়ুৰ পূজালৈ বুলি বনোৱা পকা পঃৰ আপঙৰ নিচাই ইতিমধ্যে হাকিম ৰঘুনাথ মেদকক ধৰিছিল। কনিষ্ঠ হাকিম শান্তনু বৰদলৈৰ লগত দীঘলীয়া

কথা-বতৰা হৈ থকা দেখি ৰতনপুৰ চাবিধৰীয়া মিচিং গাঁৱৰ গাঁওবুঢ়া বোধেশ্বৰ পাইতে আপং বাটি হাতত লৈ ক'লে,

"মেদক ছাৰে, যোবা বানপানীত মোৰ ঘৰত আপং দিব নোৱাৰা কথাটোত এতিয়াও লাগি আছে নেকি আকৌ, আমাৰ লগত কথা-বতৰা বৰকৈ হোৱা নাই!"

"নাই, নাই। এইবোৰত কিয় লাগি থাকিম বাৰু। এতিয়া ইমান পকা আপং পাইছোঁ, বানপানী আপং নোপোৱা কথা কেতিয়াবাই পাহৰিলো দিয়ক।" আপং এঢোক মাৰি ৰঘুনাথ মেদকে ক'লে।

"খাওক ছাৰ, যিমান পাৰে খাওক। আপুনিতো জানেই আমাৰ মিচিং মানুহে বিপদত নপৰিলে আলহীক কেতিয়াও আপং নোখোওৱাকৈ ঘৰৰ পৰা নপঠিয়ায়।"

অপৰাধী ভাৱত কোৱা গাঁওবুঢ়া পাইতৰ কথা শুনি তেওঁক সহজ ভাৱত ল'বৰ বাবে হাকিম মেদকে ক'লে, "এইবোৰ এৰক আৰু। এতিয়াওতো সমস্যা যোৱা নাই। এইহেন ধাননি পথাৰ বালিত পোত যোৱাৰ বাবে কিবা এটা ব্যৱস্থা কৰিব লাগিব। মই ইয়াৰ পৰা ঘূৰি গৈয়েই ওপৰৱালা অফিচাৰক ৰিপোর্ট দিম।"

"ছাৰেই আমাক বচাব লাগিব আৰু! ঈশ্বৰই ঈশ্বৰা, এই দুৰ্দিনতো পঃৰ আপং কেনেকৈ বনাইছো আমিহে জানো। তই মিপাকে কিবা জানণা?" আপুঙৰ নিচাত এপাক নাচি তৰামাই পেগুৱে দীঘলীয়া সুৰত কথাখিনি ক'লে।

শান্তনু বৰদলৈয়ে লাজ লাজ ভাৱত আপং এঢোক মাৰি মেদকক সুধিলে, "আজি যে আচি উঃয়ু পাতিছে, আপোনালোকৰ বহুত উঃয়ু আছে নেকি? মাজুলীত আগতে মই বেলেগ উঃ য়ুৰ পূজা খাই পাইছো।"

"সেয়া ডেকা ল'ৰা, তোমালোকে অসমৰ জনগোষ্ঠীবোৰৰ কথা জানিবলৈ অকণো চেষ্টা নকৰাহে। কিতাপ পঢ়িলেই এইবোৰ গম পাই। আছে, আছে আমাৰ বহু উঃয়ু মানে দেৱতা আছে, যেনে আচি উঃয়ু, য়ুমবাং উঃ য়ু তালীং উঃয়ু, আৰু যে ক'ত কি।"

নিচাসক্ত সুৰত কোৱা হাকিম মেদকৰ কথাত আমোদ পাই শান্তনু বৰদলৈয়ে হাঁহি এটা মাৰি ক'লে, "ছাৰৰ বাইদেউ আৰু ল'ৰা-ছোৱালী গুৱাহাটীত থাকে বাবে এনেদৰে ফুৰিবলৈ, যি মন যায় ক'বলৈ, কৰিবলৈ সুবিধা আকৌ। আমাৰ যিহে অৱস্থা, পৰিয়ালৰ অগুহী-বগুহীক চাওঁতে-মেলোতে, একো কথাই চিন্তা কৰিব নোৱাৰা হৈছোগৈ। কিতাপ-পত্ৰনো পঢ়ো ক'ৰ পৰা!"

"ইয়াত আকৌ ক'ৰ বাইদেউ-ভাগিন-ভতিজাৰ কথা উলিয়াছা। মোৰ বাইফ আৰু ল'ৰা-ছোৱালীহালক গুৱাহাটীত থ'বলগীয়া হৈছে বেলতলাত থকা ঘৰটো চোৱা-চিতা কৰা মানুহ নাই বাবে। তাতে ল'ৰা-ছোৱালীহালক গুৱাহাটীৰ ডনবস্কোত বহু চেষ্টা কৰি এড্‌মিচন দিছোঁ। আজি কালি ইংৰাজীত পঢ়া শুনা

নকৰিলে সকলো মিছা বুজিছা।" কথাখিনি কৈ আত্মতুষ্টিৰে হাকিম মেদকে আপং এঢোক খালে।

"ছাৰে একে কোবতে বহু কথা কৈ দিব পাৰে দেই। আপুনি ৰাজনীতিত যোগদান কৰিলে কিন্তু সফল হ'ব।"

"সমস্যা, সমস্যা বুজিছা তোমাৰ দৰেই মোৰো বহু সমস্যা। মোৰ ধেমাজিত ঘৰটোতে তুমি মন কৰা নাই জানো, আলহী বহোৱাবলৈকে ঠাই নাই। মিটিৰ-কুটুমৰ ল'ৰাক ঘৰতে ৰাখি পঢ়াব লগা হৈছে। লক্ষীমপুৰ আৰু জোনাইত থকা ঘৰ দুটা ভাৰাত নিদিয়া হ'লে চলাই দিগদাৰ হ'লহেঁতেন বুজিছা। আৰু এইবোৰ সমস্যাৰ বাবেই দিনৌ অলপ নিচা নহ'লে মোৰ চলা দিগদাৰ। আৰু অলপ নিচা হ'লেই লেকচাৰ মাৰো দিয়া। পাঁচ বছৰমান চাকৰি আছে। তাৰ পিছত দেখা যাব ৰাজনীতি কৰোঁনে নাই।"

হাকিম ৰঘুনাথ মেদক আৰু শান্তনু বৰদলৈয়ে নিজৰ মাজতেই আকৌ কথা-বতৰা পাতি থকা দেখি গাঁওবুঢ়া বোধেশ্বৰ পাইতে ক'লে, "ছাৰহঁতে আকৌ নিজৰ মাজতে কথা পতাত লাগিল। আমাৰ এই বালি চাপৰিত পুনৰ খেতি কৰিব পৰাৰ ব্যৱস্থা এটি কৰি দিব। লগতে মথাউৰিও এইবাৰ বাৰিষাৰ আগতে মেৰামতি নকৰিলে আমি নাখাই নবই মৰিব লাগিব।"

"কৰিম, কৰিম। আমি এই আপোনালোকক কেনেকৈ সহায় কৰিব পাৰি তাৰ কথাই পাতি আছিলো।"

হাকিম মেদকৰ কথাত ইমান পৰে মনে মনে বহি থকা মনেশ্বৰ পাতিৰে ক'লে, "আপোনালোকে আকৌ গুৱাহাটী, জোনাই, ধেমাজিৰ কথা পাতি থকা যেনহে পালো।"

"হয়, মানে আমাৰ ৰিপৰ্ট গুৱাহাটী মানে দিছপুৰলৈ যাব লাগিবতো। জোনাইৰ ফালেও যোৱা বানপানীত ৰাইজৰ অৱস্থা বৰ বেয়া হ'ল। এইবোৰ কথাকে পাতি আছিলো।" কথাখিনি কৈ হাকিম মেদকে একে সোহাই আপং এবাটি খাই পেলালে।

"কাংতে একাৰ, উংতে একাৰ, এ মেদক আকিম তঙতক চিনি পাবলৈ বাকী নাই অ'ই।" আপঙৰ নিচাত নাচি নাচি কাবুলি কুলি বুঢ়ীয়ে ঐনিতমৰ সুৰত কথাখিনি ক'লে।

গাঁওবুঢ়া বোধেশ্বৰ পাইতে অস্বস্তিবোধ কৰি ক'লে, "এইবোৰত নধৰিব মেদক ছাৰ। এই কাবুলি বুঢ়ীয়ে নিচা হ'লে এনেদৰে কৈয়েই।"

"বুজিছো, মিচিং মানুহে নিচাত অলপ ধেমালি ক'ৰেই। আমাৰ যাবলৈ সময় হ'লেই। আপং আৰু আছে যদি অলপ দিয়ক।" কথাখিনি কৈ আপং বাটি হাকিম মেদকে আগবঢ়াই দিলে।

"আছে , আছে। খাওক। এতিয়াই ক'ত যায়। আৰু অলপ বহক। একেলগে পূজাস্থান এৰিম আৰু। পিছে এটা কথা ছাৰ, পোবাল দলে মধ্য ইংৰাজী বিদ্যালয়খন যোৱা বানত ভাঙি-ছিঙি শেষ হ'ল। নতুনকৈ স্কুলখন পতাৰ ব্যৱস্থা এটা কৰি দিব লাগিছিল।"

গাঁওবুঢ়া বোধেশ্বৰ পাইতৰ কথাত আপঙে ভৰা বাটিতো হাতত লৈ হাকিম মেদকে ক'লে, "জিলালৈ ঘূৰি চেষ্টা কৰি দিম বাৰু। পিছে মিচিং ভাষা মাধ্যমৰ স্কুল এখন পতা হ'লে চৰকাৰী অনুদান সোনকালে পালেহেঁতেন। আমাৰ ল'ৰা-ছোৱালীয়ে মাতৃ ভাষাত শিক্ষা লাভ কৰাতো ভাল। মিচিং ভাষাত দুখনমান কিতাপ লিখিবলৈ মই আৰম্ভ কৰিছো। মোৰ ল'ৰা-ছোৱালীকো মিচিং ভাষাত পঢ়া-শুনা কৰোৱাৰ ইচ্ছা আছিল। পিছে বাধ্যত পৰি সিহঁত মিচিং ভাষাতো নাজানেই, গুৱাহাটীত ৰাখিহে পঢ়াব লগাত পৰিছোঁ।"

"আকিম অলে মুকত এটা কতা, পেতত এটা কতা। ঈশ্বৰই আচি উঃয়ু, আমাক আচিত উটুৱাই মাৰি নিনিয় কিয় অ'ই।"

"এই আপদীয়াজনীক খেদিবৰ হ'ল। তাইক খেদি পঠিয়াই দে অ' মনেশ্বৰ।" কাবুলি কুলিৰ কথা শুনি গাঁওবুঢ়া পাইতে খঙতে ক'লে।

কাবুলি কুলিৰ কথাত অপদস্থ হোৱা যেন ভাব হোৱাত আপঙৰ নিচা লাগি থকা সত্ত্বেও বহাৰ পৰা ঘপহকৈ উঠি হাকিম ৰঘুনাথ মেদকে যাবলৈ ওলাই ক'লে, "গাঁওবুঢ়া পাইত ডাঙৰীয়া আমি এতিয়া যাওঁ। বেলি পৰিবৰে হ'ল, বলক বৰদলৈ যাওঁ।"

হাকিম ৰঘুনাথ মেদকৰ জীপ গাড়ীখন ধূলি উৰুৱাই ধেমাজিলৈ বুলি ঢাপলি মেলিলে। আপং খাই থাকিলেও হাকিম মেদক আৰু শান্তনু বৰদলৈৰ গুৱাহাটী-জোনাইৰ কথোপকথনবোৰ সম্পূৰ্ণৰূপেই শুনা পাইছিল মনেশ্বৰ পাতিৰে। জীপ গাড়ীখন পশ্চিমমুৱা হৈ চকুৰ আঁৰ নোহোৱালৈকে চাই থাকোতে আচি উঃয়ুয়েহে যেন ভটিয়নি সোঁতত বৈ গৈছে তেনে লাগিল মনেশ্বৰ পাতিৰৰ। ৰতনপুৰ চাৰিঘৰীয়া মিচিং গাঁৱৰ গাঁওবুঢ়া বোধেশ্বৰ পাইতে মনেশ্বৰ পাতিৰৰ মনৰ খবৰ নাপালে। ইতিমধ্যে মৰুভূমি সদৃশ সমগ্ৰ চিচি টঙানী অঞ্চলৰ শুধ বগা বালি চাপৰিত আবেলিৰ বেলিৰ শেষ ৰঙা আভা ছিটিকি পৰিছিল।

**মিচিং শব্দৰ অৰ্থঃ**

আচি উঃয়ু— জলদেৱতা; আনী দঃঞি— আবু পঃল— মাতৃ সূৰ্য-পিতৃ চন্দ্ৰ; অঘেপাত—এবিধ বনৰীয়া শাক; য়ুম্‌বাং-তালীং উঃয়ু— হাবি-আকাশ-দেৱতা; পঃৰ আপং—দুই মদ।

# শালনিবাৰীৰ বনাঞ্চল

'পুৱা বেলাই এসোপা খাই লৈ থাকিলে আজি আমি কি খাম?'

'জংঘলত যা। বনৰীয়া আলু-কচু যি পাবি লৈ আনি খাবি।'

'পেটত অলপ পৰিলে মদপীক আৰু একো নালাগে। বনৰীয়া আলু-কচু মদৰ লগত তই খাবি, আমি নোৱাৰো।'

'খবৰদাৰ, মোক মদপী বুলি নক'বি। ঘৰৰ পৰা এতিয়াও ওলাই যা, নহ'লে পিঠিত ফলা খৰিৰ কোব পৰিব এতিয়া।'

ঘৈণীয়েক গিৰিবালাই মদপী বুলি কোৱাত মদন ৰাভাৰ খং মূৰৰ চুলিৰ আগ পাইছিলগৈ। পুৱা বেলাই মদ খাই ভাদ মাহৰ উৎকত গৰমত একোঠালিৰ জুপুৰী ঘৰটোৰ বাঁহৰ বিছনাখনত সি বিনা কাৰণত পৰি থকা নাছিল। গাঁৱৰ কাষৰ জংঘলত গৈ বহু কষ্টেৰে পুৰঠ শাল গছৰ টুকুৰা ফালি আগদিনা ৰাষ্ট্ৰীয় ঘাই পথত খৰি বিক্ৰী কৰি থাকোতে মদন ৰাভাই বৰকৈ অপমানিত হৈছিল। গাঁৱৰে গাচিং গাৰো, দেনা চাংমাইঁতৰ লগত গ্ৰাহকৰ আশাত ৰাষ্ট্ৰীয় ঘাইপথৰ কাষত শাল কাঠৰ খৰিৰ বোজা বিক্ৰীৰ বাবে বৈ থাকোতে কোনোবা এগৰাকী ডাঙৰ হাকিমে কাষতে গাড়ী ৰখাই মদন ৰাভাইঁতক বহু প্ৰশ্ন কৰিছিল। মদন ৰাভাইঁতৰ নিচিনা মানুহে শাল গছৰ জংঘলবোৰ কাটি শেষ কৰিলে বুলি দোষাৰোপ কৰিছিল। ভালকৈ অসমীয়া ক'ব নজনা মদন ৰাভাই তাহাঁতৰ বাবেই যে শাল গছৰ জংঘল শেষ হোৱা নাই এই কথা বুজাব বিচাৰিছিল। ডাঙৰ হাকিমজনে মদন ৰাভাৰ কথা বুজিলেনে নাই সি গম নাপালে, কিন্তু হাকিমজনে কৰা প্ৰশ্নৰ উত্তৰ যিমান পাৰি সিমান সাৱধানে মদন ৰাভাই দি গৈছিল। ডাঙৰ হাকিমজনে মদন ৰাভাৰ খৰিৰ বোজাৰ কাষতে গাড়ী ৰাখি তাৰ ওচৰলৈ অহাত খৰি বিক্ৰী হোৱাৰ আশাত আগুৱাই যাওঁতে হাকিমে সুধিছিল,

'অ'ই ককাই, তোৰ ঘৰ ক'ত অ'?'

'ওচৰতে শালনিবাৰী গাঁৱত।'

'এবোজা খৰিৰ দাম কি?'

'পোন্ধৰ টকা ছাৰ।'

'এহ্ বৰ বেছি কৈছ যেন লাগিছে। বোজাই প্ৰতি পাঁচটকা হ'ব লাগিছিল।'

'আজিকালি চব বস্তুৰ দাম বাঢ়িল ছাৰ.'

'পিছে খৰিবোৰ কি কাঠৰ অ'।?'

'শাল কাঠৰ ছাৰ।'

'মই সন্দেহ কৰাটোৱেই হ'ল। খৰি পুৰিবলৈ শাল কাঠনো কাটিব পায়নে বাৰু?'

'আন গছ আমাৰ এইফালে পাবলৈ নাই ছাৰ।'

'বুজিছো, বুজিছো। তোৰ গাঁওখনৰ নাম শালনিবাৰী বুলি কওঁতেই মই বুজি পাইছো। পিছে শালগছ কটা চৰকাৰে বন্ধ কৰিছে বুলি নাজান নেকি?'

'জানো ছাৰ, ফৰেষ্টৰ মানুহে আমাক কৈছে। কিন্তু আমি উপায়হীন ছাৰ। ভাত মুঠিৰ কাৰণে এনেকৈ শাল গছৰ খৰি বিক্ৰী কৰিব লগাত পৰিছো।'

'শালগছ কটা আইন মতে দণ্ডনীয়। তইঁতি শালগছ কটা বন্ধ কৰিব লাগিব বুজিছ।'

খৰি কিনিব বুলি ভবা মানুহজনে অবাস্তৱ প্ৰশ্ন কৰিবলৈ ধৰাত মদন ৰাভা ভীষণ বিৰক্ত হৈ পৰিছিল। কিন্তু তাৰ বিৰক্ত হোৱা মনোভাব প্ৰকাশ নকৰিবলৈ চেষ্টা কৰি হোজা গাঁৱলীয়া মানুহৰ সুৰত মদন ৰাভাই মানুহজনৰ প্ৰশ্নৰ উত্তৰ দিবলৈ চেষ্টা কৰিছিল। ড্ৰাইভাৰ থকা বগা এম্বেছাদৰ গাড়ীৰ পৰা ধুনীয়া লংপেন্ট-ছাৰ্ট পিন্ধা মানুহজনে নামি তাৰ লগত কথা পাতিবলৈ আৰম্ভ কৰাৰ ধৰণ আৰু কথা কোৱাৰ ভাবা আৰু ভংগীমাৰ পৰাই মানুহজন ডাঙৰ হাকিম হ'ব লাগিব বুলি মদন ৰাভাই অনুমান কৰি লৈছিল। কেইবছৰমান আগতে শালনিবাৰী গাঁৱৰ এল পি স্কুলত পতা এখন মিটিঙত ডাঙৰ হাকিম যেন লগা মানুহজনক এবাৰ দেখা যেন লাগিছিল মদন ৰাভাৰ। সি হাতত দা-কুঠাৰ লৈ হাবিলৈ যাবলৈ লওঁতে এল পি স্কুলখনত ট্ৰাইবেল মানুহৰ উন্নতিৰ কাৰণে চৰকাৰে লোৱা কামবোৰৰ কথা মানুহজনে কোৱা যেন লাগিছিল। পেটৰ ভাত মুঠিতকৈ মিটিঙত কথা শুনা ডাঙৰ কথা নহয় বুলি ভাবি এল পি স্কুলখনৰ খিৰিকীয়েদি ভিতৰলৈ ক্ষন্তেক জুমি চাই মদন ৰাভাই খৰি কাটিবলৈ বুলি জংঘললৈ গুচি গৈছিল। সেই মিটিংখনত কথা কোৱা হাকিমজনৰ চেহেৰা মনত নাথাকিলেও কথা কোৱাৰ সুৰতো কিন্তু মদন ৰাভাৰ বৈ গৈছিল যিটো সুৰ বৰ্তমান তাৰ সন্মুখত কথা পাতি থকা ডাঙৰ হাকিম যেন লগা মানুহজনৰ লগত মিলিছে যেন লাগিল। এনেবোৰ কথা ভাবি খৰিৰ গ্ৰাহক বুলি ভবা ডাঙৰ হাকিম যেন লগা মানুহজনৰ প্ৰশ্নৰ উত্তৰ সাৱধানে দিব লাগিব বুলি খৰি বোজাৰ ফালে চাই থাকোতে মানুহজনে পুনৰ কোৱা মদন ৰাভাই শুনিলে,

'বৰ মনে মনে থাকিলিচোন। মোৰ কথাবোৰ শুনিছনে নাই?'

'শুনিছো ছাৰ।'

'ৰাস্তালৈ বিক্ৰী কৰিবলৈ অনা ইমানবোৰ খৰিৰ বাবে কেইজোপা শালগছ কাটিছিলি অ'।'

'এজোপা ছাৰ। গছটো আমি কটা নহয় ছাৰ। চোৰাং কাৰবাৰ কৰা মানুহে মেচিন লগাই কটা গছ। বেয়া গছ হ'লে সিহঁতে জংঘলতে এৰি দিয়ে। সিহঁতে

মেচিনেৰে কাটি এৰি যোৱা গছবোৰ ফালি আমি খৰি হিচাপে বিক্ৰী কৰো ছাৰ।'

'তহঁতি চোৰাং কাৰবাৰ কৰা মানুহ। গছ কাটিবলৈ বাধা নিদিয় কিয়?'

'সিহঁতৰ গাড়ী, বন্দুক চব আছে। মাজে-সময়ে আমাক ভয় খুৱাই থাকে। সিহঁতে কাটি এৰি যোৱা গছকে আমি খৰিৰ বাবে লওঁ যেতিয়া সিহঁতৰ কথা কাৰোবাক লগালে খৰি কাটি থাকোতে আমাক গুলীয়াই দিম বুলি ভয় দেখুৱায়।'

'গুলীয়াই দিম বুলি ভাবুকি দিওঁতেই তহঁতি ইমান ভয় খাব লাগেনে?'

'সিহঁতৰ বন্দুকৰ গুলীলৈ আমাৰ ভয় নাই ছাৰ। ভয়টো হ'ল সিহঁতে মেচিনেৰে কাটি বেয়া বুলি ভাবি এৰি থৈ যোৱা গছবোৰ আমাক খৰিৰ বাবে কাটিবলৈ নিদিলে আমি কি কৰি খাম? তেনে গছ-কাটি, খৰি বিক্ৰী কৰিয়েই আমি কোনোৰকম চলি আছো ছাৰ।'

'তোৰ খেতিৰ মাটি নাই?'

'অলপমান আছে। এমাহো খাবলৈ নোজোৰে।'

'ঘৰত মানুহ কিমান? মানে তোৰ ল'ৰা-ছোৱালী কিমান?'

'মাকক লগাই ছটা।'

'মানে ল'ৰা-ছোৱালী পাঁচটা?'

'হয় ছাৰ।'

'খেতিৰ মাটি নাই। শালগছৰ জংঘলো শেষ হৈ আহিছে। গছ নাইকিয়া হৈ গ'লে কি কৰি খাম বুলি ভাবিছ?'

'নাজানো ছাৰ। ল'ৰা-ছোৱালীবোৰ ডাঙৰ হৈ নিজৰ মতে খাব আৰু। মইতো আৰু তেতিয়ালৈকে জীয়াই নাথাকিম ছাৰ।'

'তহঁতৰ ল'ৰা-ছোৱালীৰ কথা ভাবিয়েইতো গছ কটা বন্ধ কৰিব লাগে বুজিছ। এনেকৈ গছ কাটি জংঘল উদং কৰি গৈ থাকিলে তহঁতৰ ল'ৰা-ছেৱালীৰ ভৱিষ্যতৰ কথা বাদেই পৃথিৱীখনৰ ভৱিষ্যতেই বিপজ্জনক হৈ উঠিব বুজিছনে?'

'এইবোৰ আমি বৰলৈ নুবুজো ছাৰ। মেচিনত কাটি বেয়া বুলি এৰি থৈ যোৱা গছবোৰকহে আমি ফালি খৰি হিচাপে বিক্ৰী কৰি খাই আছো। মেচিনত গছ কটা মানুহবোৰক আপোনাৰ কথাবোৰ ক'লে ভাল হ'ব ছাৰ।'

'ঠিক আছে, ঠিক আছে মই এতিয়া যাওঁ। পিছত কেতিয়াবা আপোনালোকৰ শালনিবাৰী গাঁৱলৈ গৈ পুনৰ কথা হ'ম।'

কথাখিনি কৈ মদন ৰাভাৰ বাবে ডাঙৰ হাকিম যেন লগা মানুহজন বগা এম্বেছাদৰ গাড়ীত ৰাষ্ট্ৰীয় ঘাই পথেদি পূব মুৱাকৈ ধূপধৰাৰ ফালে গুচি গ'ল। খৰি নিকিনি অনাহকত বহু কথা পাতি সময় নষ্ট কৰাৰ বাবে মদন ৰাভাৰ বিৰক্তি লগা বাবে বিড়ি এটা জ্বলাই লৈ দীঘলীয়া সোহা টানি নাকে-মুখে ধোঁৱা উলিয়াই খৰি কিনা গ্ৰাহকলৈ বুলি বাট চাই ৰ'ল। একমাত্ৰ তাৰ লগত হাকিম যেন লগা

মানুহজনে কথা পতা দেখি নিজৰ গাঁৱৰে গাচিং গাৰো, দেনা চাংমাইঁত অলপ আঁতৰত বৈ আছিল। হাকিম যেন লগা মানুহজন গুচি যোৱাত মদন ৰাভাই বিড়ি হুপিবলৈ আৰম্ভ কৰি দেখি তাৰ লগতে বিড়ি খোৱাৰ আগ্ৰহেৰে ওচৰলৈ আহিবলৈ লওঁতে ধূপধৰা ফালৰ পৰা এখন জীপ তীব্ৰ গতিত আহি মদন ৰাভাৰ সন্মুখত ৰ'লহি। জীপখনৰ পৰা পুলিচৰ মানুহ নমাৰ লগে লগে গাচিং গাৰো আৰু দেনা চাংমাইঁত কিহবাৰ বিপদৰ সঙ্কেত বুলি ভাবি মদন ৰাভাৰ ওচৰলৈ যাব বিচৰা ঠাইতে ক্ষন্তেক সময় বজ্ৰপাত পৰা মানুহৰ দৰে থৰ হৈ থাকি ৰাষ্ট্ৰীয় ঘাইপথৰ কাষৰ হাবিয়নিত সোমাই পৰিল। মদন ৰাভায়ো হুপি থকা বিড়িটো পেলাই ভৰিৰে গচকি দেনা চাংমাইঁত যোৱাফালে যাবলৈ লওঁতে পিছফালৰ পৰা তাৰ নাম কৈ মতা নাম শুনি থমকি ৰ'ল।

'মদন নেকি অ'? পলাব নালাগে দে। থানাৰ অ'চিৰ লগত ময়ো আহিছো।'

চিনাকি যেন লগা মাতষাৰ শুনি মদন ৰাভাই ঘূৰি চাই ফৰেষ্ট ৰেঞ্জাৰ অফিচাৰ জয়নাল আবেদিন বুলি চিনি পোৱাত খৰিৰ বোজাৰ ওচৰলৈ সি নামিয়েই গাচিং গাৰো, দেনা চাংমাইঁতৰ ৰাষ্ট্ৰীয় পথৰ কাষত বিক্ৰীৰ বাবে ৰখা খৰিৰ বোজাবোৰ জীপগাড়ীত তুলিবলৈ আৰম্ভ কৰা মদন ৰাভাই মন কৰিলে। তাৰ ওচৰলৈ ধূপধৰা থানাৰ অ'চিৰ লগত আহি ৰেঞ্জাৰ অফিচাৰ জয়নাল আবেদ্বিনে অলপ সান্ত্বনা দিয়াৰ সুৰত পুনৰ ক'লে,

'তই মদন ৰাভা বুলি দূৰৰ পৰা দেখিয়েই মই চিনি পাইছিলো অ' ৰাভা। বেয়া নাপাবি, আজি তহঁতৰ খৰিবোৰ জব্দ কৰিব লগাত পৰিলো। এয়া থানাৰ অ'চি চাহাবো মোৰ লগত আহিছে। কথাবোৰ তোক পিছত ক'ম।'

ৰেঞ্জ অফিচাৰ জয়নাল আবেদিনে কথাখিনি কৈ শেষ কৰাৰ আগতে মদন ৰাভাৰ খৰিৰ বোজা কেইটাও চিপাহী কেইজনে জীপ গাড়ীত তুলি ল'লে। খং অভিমানত একো নাই হৈ মদন ৰাভাই তলমূৰকৈ থিয় হৈ থকা দেখি পুলিচৰ পোছকত কঁকালত পিষ্টল গুজি লোৱা ধূপধৰা থানাৰ বিয়গোম পেটৰ অধিকাৰী অ' চি জনে মাত লগালে,

'আমাৰ ডিচট্ৰিক্টৰ ইমান ডাঙৰ অফিছাৰজনৰ লগত অলপ আগতে তহঁতৰ কোনে কথা পাতিছিল অ'?'

একো মাত নামাতি তলমূৰকৈ থিয় হৈ মদন ৰাভাক থকা দেখি বিক্ৰী কৰিবলৈ অনা খৰিখিনি জব্দ কৰা বাবে বেয়া পাইছে বুলি ভাবি ৰেঞ্জ অফিচাৰ জয়নাল আবেদিনে তাৰ কাষলৈ গৈ কোমল মাতেৰে ক'লে, 'খৰিখিনি জব্দ কৰা বাবে বেয়া নাপাবি মদন। বাধ্যত পৰি কৰিছো। ইয়াতকৈয়ো বেছি খৰি পোৱাৰ ব্যৱস্থা মই পিছত কৰি দিম। অ'চিয়ে সোধা কথাতো ক'চোন, আমাৰ ছাৰৰ লগত তহঁতৰ কোনে কথা পাতিছিল?'

ইয়াতকৈয়ো বেছি খৰি পোৱাৰ ব্যৱস্থা কৰি দিম বুলি ৰেঞ্জ অফিচাৰ জয়নাল আবেদিনে কোমল মাতত কোৱা কথা শুনি ভয় মিশ্রিত চাৱনিৰে অ'চিলৈ চাই মদন ৰাভাই ক'লে,

'খৰি কিনিব বুলি ভাবি অলপ আগতে ইয়াত গাড়ীৰ পৰা নামি কথা পতা চাহাবজনৰ লগত ময়েই কথা পাতিছিলো ছাৰ।'

'তইনো কি জগৰ লগোৱা কথাবোৰ কৈছিলি যাৰ বাবে গোৱালপাৰাৰ পৰা অহা ডাঙৰ হাকিমে থানাত সোমায়েই মোক ততাতৈয়াকৈ খৰিখিনি জব্দ কৰিবলৈ ইয়ালৈ পঠালে। বাটত ৰেঞ্জাৰ চাহাবক পাই লগত আনিছো। ৰেঞ্জাৰ চাহাবে তোক চিনি নোপোৱা হ'লে তোৰ আজি দিগদাৰেই আছিল। লগৰকেইটা ক'ত পলাল? সিহঁতক পালে পিঠি ফালিব লাগিব।'

'ৰ'ব তালুকদাৰ, মদন ৰাভা মোৰ পুৰণি চিনাকি। প্রয়োজন হ'লে সিয়ে পিছত বাকী কেইজনক বিচাৰি উলিয়াই দিব। ফৰেষ্ট ভিলেজৰ মানুহখিনিৰ লগত চিনাকি নাথাকিলে আমাৰ বন বিভাগৰ মানুহৰ কাম কৰাই মস্কিল বুজিছে তালুকদাৰ। আপোনালোকনো আৰু কি বহলাই ক'ম! এওঁলোকক ইয়াতে এৰি খৰিখিনিকে লৈ বলক থানালৈ যাওঁগৈ। তাত ছাৰ আমাৰ বাবে অপেক্ষা কৰি বহি থাকিবও পাৰে।'

ৰেঞ্জ অফিচাৰ জয়নাল আবেদিনৰ কথা শুনি নিজৰ বিযাগোম পেটত হাত বুলাই অচ্যুৎ তালুকদাৰ বোলা ধুপধৰা থানাৰ অ'চিজনে বেপৰুৱা হাঁহি এটা মাৰি ক'লে, 'আপোনাৰ কথাবোৰ বুজিছো দিয়ক! থানাত ছাৰ এতিয়ালৈকে বহি থকা নাই। গুৱাহাটীলৈ যোৱাৰ পথত মোক এই শাল কাঠৰ খৰি বিক্ৰী কৰা মানুহখিনিক অলপ চকু দিবলৈ কৈ গ'ল। ঘূৰি আহোতে তেওঁৰ কথামতে কি একছন ল'লো বুলি সুধিবহি পাৰে। তেওঁৰ কথামতে একছন নললো বুলি গম পাই আমাৰ এছ পি চাহাবক লগাব লাগিলেতো মোৰ চাকৰি টনা-আঁজোৰা হ'ব। সেয়ে আপোনাক বাটত তুলি লৈ আহিলো। ইচ্ছা কৰিলে আমি সেই ৰংজুলিৰ ওচৰৰ পৰাও আহিব পাৰো।'

'এতিয়া আৰু আগলৈ নাযাওঁ। থানালৈকে ঘুৰো বলক। হেৰি মদন ৰাভা, আমি তেতিয়া হ'লে যাওঁ। খৰিবোৰ নিয়া বাবে বেয়া নাপাবি। মই এইকেইদিনৰ ভিতৰত তইঁতৰ শালনিবাৰী গাঁৱলৈ এপাক গৈ আহিম। তেতিয়া কথা-বতৰা ভালকৈ হ'ম।'

'তোৰ আজি বৰ ভাগ্য ভাল অ'ই। এতিয়া পোনে পোনে ঘৰলৈ যাগৈ। নহ'লে দিগদাৰ আছে। তোৰ নামতো মই বহু দিনৰ পৰা শুনি আছো। সেই ল'ৰামখাক ঘৰত সোমাবলৈ দিয় বুলি শুনিছো। জেলৰ ভাত খাবৰ মন নাই যদি থানালৈ মাজে-সময়ে আহি মোক লগ কৰি থাকিবি বুজিছ?'

ধূপধৰা থানাৰ অ'চিয়ে তাকনো কিয় মিছাতে ধমকি দিলে মদন ৰাভাই বুজিব নোৱাৰিলে। গাচিং গাৰো, দেনা চাংমাইঁতৰ লগতে তাৰ খৰিৰ বোজাকেইটাও জীপত উঠাই ৰেঞ্জ অফিচাৰ জয়নাল আবেদিন আৰু ধূপধৰা থানাৰ অ'চি গুচি যোৱাত খং-অভিমান ভৰা মন এটা লৈ মদন ৰাভা ঘৰলৈ গুচি আহিল। গাচিং গাৰোইঁতে সেই স্থান কেতিয়াবাই ত্যাগ কৰিছিল।

খৰি বিক্ৰী কৰি এটকাও গোটাব নোৱাৰাৰ ফলত সেইদিনাখনৰ ৰাতি জুইশালৰ জুই একপ্ৰকাৰ নজলাৰ দৰে হ'ল। ঘৈণীয়েক আৰু ল'ৰা-ছোৱালীকেইটাই কি খালে মদন ৰাভাৰ খবৰ কৰিবৰ নহ'ল কাৰণ তাৰ খৰি থানাৰ অ'চিৰ গাড়ীত জব্দ কৰি নিয়াৰ দুখত খঙে-অভিমানে গধূলি এসোপা খাই লৈ পৰি থাকিল। ঠিক কাৰ ওপৰত খং এই কথা নিজেও ভালকৈ নজনা যেন এক মানসিক দ্বন্দ্বত ভোগী থকা বাবে পুৱা শুই উঠিয়েই পুনৰ মদ খাই লৈ বিছনাত পৰ থকা বাবে ঘৈণীয়েক গিৰিবালাৰ কথা মদন ৰাভাই শুনিব লগা হ'ল।

মদপী বুলি নক'বলৈ ঘৈণীয়েকক ধমক দি জংঘলৰ আলু, কচু খাবলৈ কোৱা বাবে ক্ষন্তেক পিছতে মদন ৰাভাৰ অনুশোচনা আহিল। তাৰ ধমক খাই ঘৈণীয়েকে একোঠালিৰ জুপুৰি ঘৰটোৰ পৰা ওলাই যোৱাত অহেতুক এক অপৰাধবোধে মদন ৰাভাক পীড়া কৰাত লাগিল। সি জীয়াই থাকোতে ঘৈণীয়েক আৰু ল'ৰা-ছোৱালীকেইটাক বনৰীয়া আলু, কচু খাবলৈ কোৱা কথাটোৱে তাৰ পুৰুষত্বত আঘাত হানিলে যেন অনুভৱ কৰিলে মদন ৰাভাই। একোঠালিৰ জুপুৰি ঘৰটোৰ ভিতৰত ভাদ মাহৰ দুপৰীয়াৰ উৎকত গৰমৰ কথা সি এতিয়াহে উপলব্ধি কৰিলে। উৎকত গৰম অনুভৱ কৰি এক অপৰাধী ভাবত ভোগীবলৈ আৰম্ভ কৰা মদন ৰাভাই আৰু বিছনাত পৰি থাকিব নোৱাৰিলে। ক'ব নোৱাৰাকৈয়ে তাৰ গাৰ নিচা ফাটিল যেন অনুভৱ কৰিলে মদন ৰাভাই। তাৰ গাঁৱৰ সিপাৰে দক্ষিণ দিশে মেঘালয়ৰ এলবাৰ্ট চাংমাৰ দোকানৰ পৰাই চাউল, দাইল অলপ ধাৰলৈ আনিব লাগিব বুলি মদন ৰাভা ওলাল।

মেঘালয়ৰ ফালে থকা এলবাৰ্ট চাংমাৰ দোকানৰ পৰা কেতিয়াবা প্ৰয়োজন হ'লে মদন ৰাভাৰ বাদেও শালনিবাৰী গাঁৱৰ গাচিং গাৰো, দেনা চাংমাইঁতে বয়-বস্তু ধাৰলৈ লয়। এলবাৰ্ট চাংমায়ো মদন ৰাভাইঁতক ধাৰলৈ বস্তু দিয়াত আপত্তি নকৰে, কাৰণ ধাৰৰ টকা সময়ত নোৱাৰিলেও খৰি বিক্ৰী কৰি সৰহ টকা পালে কিস্তিত হ'লেও ঘূৰাই দিয়ে বুলি এলবাৰ্ট চাংমাই জানিছিল একমাত্ৰ ৰাজ্যৰ সীমাইহে ইফাল-সিফাল কৰা এলবাৰ্ট চাংমা আৰু মদন ৰাভাইঁতৰ ভাষা-সংস্কৃতি সকলো এক হোৱা বাবে ইজনে-সিজনৰ সুখ-দুখৰ খবৰ লৈছিল, আপদে-বিপদে সহায়-সহযোগ কৰিছিল।

তেনে এক সৌহাৰ্দ্যপূৰ্ণ সম্পৰ্ক আছে বুলি জানিয়েই মদন ৰাভাই হাতত দাখন লৈ চাউল-দাইল অলপ ধাৰলৈ আনো বুলি এলবাৰ্ট চাংমাৰ দোকানলৈ

আহিল। উত্তৰৰ পৰা দক্ষিণৰ মেঘালয়ৰ পাহাৰলৈ যোৱা কেঁচা ৰাস্তাৰ দাঁতিত পূৱ মুৱাকৈ থকা এলবাৰ্ট চাংমাৰ গেলামালৰ দোকানৰ লগত থকা খোলা চাই খাবলৈ ৰখা বাঁহ-কাঠৰ বেঞ্চত বহি গাচিং গাৰো আৰু দেনা চাংমাক মদন ৰাভাই চাহ খাই বহি থকা দেখিবলৈ পালে। সিহঁত দুটাক চাহ খাই তেনেকৈ বহি থকা দেখি অলপ আচৰিত আৰু অলপ আমোদ পোৱাৰ দৰে মদন ৰাভাই মাত লগালে,

'তাৰ মানে তহঁতিও মোৰ দৰে আজি-।'

'তেনেকুৱাই। যোৱাকালিৰ ঘটনাটোৰ বাবে আমাৰো খৰি কাটিবলৈ যাবৰ মন নগ'ল। ইয়াতে বহি আছোঁহি। দুসাজমান ভাত এলবাৰ্টৰ দোকানৰ পৰাই ধাৰলৈ নি চলাব লাগিব বুলি আহি ইয়াত বহি আছোঁহি।' মদন ৰাভাই কৌতুহলেৰে কোৱা কথা শেষ হ'বলৈ নিদি গাচিং গাৰোৱে ক'লে।

'তই পিছে একেই কাৰণত অহা নাইতো? আজি খৰি কাটিবলৈ তয়ো নগ'লি হ'বলা?' দেনা চাংমাই সোধা কথাত হুমুনিয়াহ কাঢ়ি মদন ৰাভাই ক'লে, 'এৰা তেনেকুৱাই। যোৱাকালি বিক্ৰী কৰিবলৈ নিয়া খৰিবোৰ পুলিচ আৰু ফৰেষ্টৰ মানুহে আহি জব্দ কৰি নিয়াত খঙৰ ভমকত যোৱা ৰাতি আৰু আজি পুৱাও অলপ ধৰিলো। ঘৰৰ মানুহে খাইছেনে লঘোনে আছে গমেই পোৱা নাই। ময়ো কিবা এটা এই দোকানৰ পৰা ধাৰলৈ নিও বুলি আহিলো।'

'তোৰ লগত বহুত সময় কথা পতা চাহাবজন কোন আছিল চিনি পাইছিলিনে নে?'

গাচিং গাৰোৱে সোধা প্ৰশ্নত বৰ এটা গুৰুত্ব নিদিয়াৰ দৰে কৰি মদন ৰাভাই ক'লে, 'চিনি নাপাওঁ। আমাৰ গাঁৱৰ স্কুলখনত পতা মিটিঙত এবাৰ দেখা নিচিনা মনত পৰে। খৰি কাটিবলৈ ওলাওঁতে স্কুল ঘৰত পতা মিটিঙত কোনেনো ভাষণ দিছে বুলি জুমি চাওঁতে সেই চাহাবক দেখা নিচিনা লাগিছিল।'

'সেই একেজনেই হয়। আমাৰ জিলাৰ ডাঙৰ হাকিম হয় হেনো। তহঁতি কথা পাতি থাকোতে মই সকলো শুনি আছিলো দে।' গাচিং গাৰোৱে ক'লে।

'পিছে মোৰ লগত ডাঙৰ হাকিমে কথা পাতোতে তহঁতি এৰাৰো মাত নামাতিলি, পুলিচ আৰু ফৰেষ্টৰ মানুহ আহোতে তহঁতি পলালি। তহঁতিও কম মানুহ নহব দেই।'

মদন ৰাভাৰ কথা শুনি বিড়ি এটা জ্বলাই লৈ গাচিং গাৰোৱে ক'লে, 'তেনেকুৱা ডাঙৰ হাকিমৰ লগত কিনো কথা পাতিবি? তাহাঁতৰ কথাবোৰ বুজি পোৱা বৰ দিগদাৰ। হাকিমজন গাড়ীৰ পৰা নামি শালগছ কাটি খৰি হিচাপে বিক্ৰী কৰাৰ বাবে তোৰ আগত কম ডাঙৰ কথাবোৰ ক'লেনে? সেই চাহাবজনেও আমাৰ স্কুলত পতা মিটিংখনত তেনেকুৱা কথাই কৈছিল। আমাৰ ইয়াৰ ৰাস্তা-ঘাটো বনাই দিয়াৰ কথা কৈছিল। এইবোৰ এনেই কোৱা কথা।'

'তই আচল কথাটো কৈ দে আকৌ।' গাচিং গাৰোৱে চাই দেনা চাংমাই ধেমেলীয়া সুৰত কোৱা কথা শুনি মদন ৰাভাই কৌতূহলেৰে সুধিলে,

'আচল কথা মানে কি আকৌ?'

'আছে, আচল কথা বহুত আছে। এই গাচিঙে ক'ব শুন'।

'পুৰণি কথাবোৰ কৈ লাভ নাই অ', দেনা। ডাঙৰ মানুহৰ কথা বৰকৈ কৈ থাকিলে আমাৰহে লোকচান হোৱাৰ সম্ভাৱনা বেছি।'

'তথাপিও ক'চোন। আমাৰ এই মদনে কথাটো গম নাপায় যেন পাইছো।'

'গাঁৱৰ চব কথাইতো গম পাওঁ। তইঁত দুটাই কি আচল কথাৰ কথা ক'ব বিচাৰিছ মই ধৰিব পৰা নাই। চাওঁ, মোক এটা বিড়িকে দেচোন।'

মদন ৰাভালৈ বিড়ি এটা আগবঢ়াই গাচিং গাৰোৱে ক'লে, 'দেনাই কোৱা আচল কথাটো তয়ো জান, গুৰিটোহে নাজান কিজানি। শাল গছ খৰি হিচাপে বিক্ৰী কৰা কথাটো লৈ তোৰ লগত বহুত সময় কথা পতা চাহাবজন আমাৰ গাঁৱৰ স্কুলত মিটিঙত অহা কথাটো তোৰ মনত আছে বুলিছিলি।'

'মনত আছে, পিছে কি হ'ল?'

'তইতো মিটিংখনত এনেই জুমি চাই গুচি গৈছিলি বুলিছিলি। মেৰ ঘৰটো স্কুলৰ লগত লাগি থকাত মিটিঙত বহি কথাকে শুনিলো।'

'হয় মিটিংখনত এনেই জুমি চাই মই খৰি কাটিবলৈ গুচি গৈছিলো। কিবা আচল কথা বুলি তাতনো কি ৰহস্য থাকিব পাৰে।'

'ৰহস্য আছে। অলপ ধৈৰ্য ধৰ, ক'ব নহয় গাচিঙে।'

দেনা চাংমাৰ কথা শুনি খাই থকা বিড়িটো শেষ শোহা মাৰি মাটিত পেলাই দি সোঁ ভৰিৰ বুঢ়া আঙুলিৰে বিড়িটো নুমাই গাচিং গাৰোৱে ক'লে,

'আচল কথা মানে আৰু কি স্কুলৰ লগত লাগি থকা মোৰ বাৰীৰ ঢাপত দুজোপা প্ৰকাণ্ড চেগুন গছ আছিল তোৰ মনত আছেনে?'

'এৰা আছিলতো।' মনত পেলাবলৈ চেষ্টা কৰা দৰে মদন ৰাভাই ক'লে।

'স্কুলখনত হোৱা মিটিংখনৰ পিছত তোৰ লগত যোৱাকালি কথা পতা চাহাবজনে চেগুন দুজোপা দেখি তেওঁক লাগে বুলিছিল। আমাৰ মাষ্টৰে মোক মতাই চাহাবৰ লগত কথা পতাইছিল।'

'চাহাবকনো কিয় লাগে বুলিছিল?'

'তেখেতে হেনো গুৱাহাটীত ঘৰ বনাই আছে, সেই কাৰণে। মোক মতাই নি স্কুলৰ সন্মুখতে চেগুন গছ দুজোপাৰ কথা পাতোতে মাষ্টৰৰ লগতে কালি খৰি জব্দ কৰি নিয়া ৰেঞ্জ অফিচাৰ আৰু পুলিচ অফিচাৰজনো আছিল।'

'বৰ দীঘলীয়াকৈ নকৰিবি। আচল কথাটোনো কি সোনকালে ক।'

'আচল কথা মানে সেইটোৱেই। চেগুন দুজোপা চাহাবৰ নিজৰ ঘৰৰ

কাৰণে লাগে বুলিছিল লৈ গ'ল। থানাৰ অ'চি আৰু ৰেঞ্জাৰে চাহাবৰ ঘৰ বনোৱাত অন্য কাঠ ইতিমধ্যে যোগাৰ ধৰিছো বুলিছিল। চেগুন দুজোপাৰ দাম অ'চিয়ে মোক দিম বুলি গাত পাতি লৈছিল।'

কথাখিনি কৈ কাঁহ্‌ এটা মাৰি পুনৰ বিড়ি এটা জ্বলাই লৈ গাঁৱৰ এল পি স্কুলখনৰ ফালে বাৰীৰ ঢাপত থকা প্ৰকাণ্ড চেগুন গছ দুজোপাৰ কাহিনী গাচিং গাৰোৱে মদন ৰাভাক ক'লে।

গাঁওখনৰ এল পি স্কুলত পতা মিটিংখনত গোৱালপাৰা চহৰৰ পৰা ডাঙৰ হাকিম আহিব বুলি কৈ গাঁৱৰ সকলো ৰাইজক মিটিঙলৈ আহিবলৈ মাষ্টৰে অনুৰোধ জনোৱা বাবে স্কুলৰ গাতে লাগি থকা গাচিং গাৰোৱে উপায়হীন হৈ সেই মিটিংখনত থাকিব লগাত পৰিছিল। গোৱালপাৰা চহৰৰ পৰা অহা ডাঙৰ হাকিমজনে এল পি স্কুলখনত গোটা খোৱা গাঁৱৰ মানুহখিনিৰ আগত বৰ দীঘলীয়াকৈয়ে ভাষণ দিছিল। শালনিবাৰী গাঁও আৰু অঞ্চলটো শালগছৰ বাবে পৃথিৱীৰ ভিতৰত প্ৰখ্যাত বুলি কৈছিল। শালগছৰ দৰে আপুৰুগীয়া গছ কাটিব নাপায়, পৃথিৱীখন জীয়াই ৰাখিবলৈ গছ-গছনিৰ বৰ প্ৰয়োজন বুলি ৰাইজক বুজাইছিল। জংঘলৰ ওপৰত নিৰ্ভৰ কৰি চলা ট্ৰাইবেল মানুহৰ বাবে বহু কাম কৰিবলগীয়া আছে; স্কুলঘৰ, ৰাস্তা-ঘাট, বিজুলী যোগান, হাস্পাতাল আদি শালনিবাৰী অঞ্চলত দিয়াৰ ব্যৱস্থা কৰা হ'ব বুলি ডাঙৰ হাকিমজনে কৈছিল। জ্ঞান হোৱা দিনৰে পৰা জংঘলত খৰি কাটি বিক্ৰী কৰি খাই থকাৰ বাদে বিজুলী যোগান, হাস্পাতাল আদি কথাৰ প্ৰতি কোনো জ্ঞান বা প্ৰয়োজনীয়তা বোধ নকৰা গাচিং গাৰোৱে মিটিংখন শেষ হোৱাৰ লগে লগে ঘৰলৈ দৌৰ মাৰি অহাৰ দৰে আহি দা-কুঠাৰ হাতত লৈ জংঘললৈ খৰি কাটিবলৈ যাবলৈ ওলাওঁতে মাষ্টৰে তাক ডাঙৰ হাকিমৰ ওচৰলৈ মাতি নিছিল। ডাঙৰ হাকিমজনে এল পি স্কুলখনৰ সন্মুখৰ ফিল্ডত থিয় হৈ থাকি ৰেঞ্জ অফিচাৰ, থানাৰ অ'চি আৰু গাঁৱৰে দুজনমানৰ লগত কথা পাতি আছিল। অলপ আগতে মিটিংখনত ভাষণ দিয়া ডাঙৰ হাকিমে মাতিছে বোলাত মাষ্টৰৰ লগত গাচিং গাৰো হাকিমৰ ওচৰলৈ গ'ল। ডাঙৰ হাকিমে কিবা কয় বুলি অস্বস্তিবোধ কৰি গাচিং গাৰোৱে অসহায় যেন ভাবত মাষ্টৰলৈ চাওঁতে তাক উদ্দেশ্যি কোৱা শুনিলে,

'সেই ঢাপত থকা চেগুন দুজোপা আপোনাৰ বুলি শুনিলো, হয়নে?'

'হয় ছাৰ।' ডাঙৰ হাকিমৰ প্ৰশ্ন শুনি ভয় ভাবত গাচিং গাৰোৱে উত্তৰ দিলে।

'সেই হেন প্ৰকাণ্ড চেগুন দুজোপা আপোনাৰ কি কামত আহিব হয়? ময়েই লওঁ বুলি ভাবিছো। গছ দুজোপাৰ বাবে আপোনাক মই যিমান দাম কয় দিম।'

'দামৰ কথাটো হ'ব ছাৰ। সি বিক্ৰী কৰিম বুলি ক'লেই হ'ল।"

'ৰেঞ্জ অফিচাৰ জয়নাল আবেদিনে কোৱা কথা শুনি চেগুন গছ দুজোপাৰ বাবে হঠাৎ উঠা বিক্ৰী কৰাৰ প্ৰস্তাৱৰ বাবে কিংকৰ্তব্যবিমূঢ় হোৱাৰ দৰে হৈ মাষ্টৰলৈ চাই গাচিং গাৰোৱে ক'লে, 'মই ছাৰ বিক্ৰী-'

'বিক্ৰী নকৰো বুলিছ নেকি আকৌ। বিক্ৰী নকৰো বুলিলে এনেই কটোৱাই নিম। ফৰেষ্ট ভিলেজত থাকি তইঁতৰ এইবোৰ গছৰ ওপৰত একো অধিকাৰ নাই বুজিছ।'

পুলিচৰ পোছাকত থকা অ'চিৰ কৰ্কশ মাতেৰে ধমকি দিয়াৰ সুৰত কোৱা কথা শুনি গাচিং গাৰোৰ খঙেই উঠিছিল। ফৰেষ্ট ভিলেজ হ'লেও জ্ঞান হোৱা দিনৰে পৰা দেখি অহা বাৰীৰ ঢাপৰ প্ৰকাণ্ড চেগুন দুজোপা তাৰ বাবে কিমান মৰমৰ এই কথা অ'চিয়ে কি বুজিব বুলি ভাবি গাচিং গাৰো ক্ষন্তেক নিশ্চুপ হৈ ৰ'ল। তাৰ একেবাৰে কাষলৈ আহি সান্ত্বনা দিয়াৰ সুৰত ডাঙৰ হাকিমজনে ক'লে,

'অ'চিৰ কথা শুনি আপোনাৰ খং উঠিল নেকি আকৌ। বেয়া নাপাব, পুলিচে ভয় খাই যোৱাকৈ কথা কৈয়েই আৰু। ফৰেষ্ট ভিলেজ হ'লেও আপোনালোকক কোনেও ইয়াৰ পৰা উচ্ছেদ কৰিব নোৱাৰিব দিয়ক।'

কথাখিনি কৈ হাতৰ ঘড়ীলৈ চাই ডাঙৰ হাকিমে পুনৰ ক'লে, 'ইচ্ৰাম, মোৰ পলমেই হৈছে। গোৱালপাৰাত মোৰ আৰু এখন মিটিং আছে। এতিয়াই যাব লাগিল। গছ দুজোপাৰ দাম কিমান লাগিব আপুনি সোনকালে জনাব দেই।'

'কিবা এটা দিয়া যাব আৰু ছাৰ। আপুনি এইবোৰ চিন্তা কৰিব নালাগে, মই সকলো ব্যৱস্থা কৰি দিম।' ৰেঞ্জ অইফচাৰ জয়নাল আবেদিনে কোৱা কথা শুনি যাবলৈ ওলোৱাৰ দৰে কৰি ডাঙৰকৈ হাঁহি মাৰি ডাঙৰ হাকিমে ক'লে,

'আপোনালোক থাকোতে সাধাৰণ দুজোপা চেগুন গছৰ বাবে মই চিন্তা কৰিবলগীয়া হ'লে কি হ'ব আৰু। পিছে টি পি জাতীয় অফিচিয়েল ফৰমেলিটিছখিনি কৰি দিব দেই। গুৱাহাটীলৈ নিব লাগিবতো। ঘৰ এটা বনাওঁতে যে ক'ত কি কৰিব লাগে। কাঠখিন গুৱাহাটীলৈ পঠাবলৈ অ'চিয়ে ট্ৰাক এখন বন্দোবস্তি কৰি দিব আৰু । ভাৰা মই দিম।'

'হ'ব ছাৰ, এইবোৰ আপুনি চিন্তা কৰিব নালাগে। চেগুন দুজোপা আপোনাৰেই হ'ল আৰু দিয়ক।'

চেগুন দুজোপা বিক্ৰী কৰিবনে নকৰে, বিক্ৰী কৰিলে দাম কিমান দিব লাগিব ইত্যাদি কথাবোৰ গাচিং গাৰোৰ লগত আলোচনা কৰি সিদ্ধান্ত লোৱাৰ আগতেই গছ দুজোপা হাকিমৰ হৈ গ'ল বুলি অ' চিয়ে কোৱাত গাচিং গাৰোৰ বিশেষ ক'বলগীয়া নাথাকিল। তথাপি ৰেঞ্জ অফিচাৰ জয়নাল আবেদিনৰ যোগেদি প্ৰকাণ্ড চেগুন দুজোপাৰ বাবে উচিত দামেই পাম বুলি গাচিং গাৰোৱে ভাবিলে।

কেইদিনমানৰ পিছতে গাচিং গাৰোৰ চকুৰ আগত প্ৰকাণ্ড চেগুন দুজোপা ফৰেষ্টৰ মানুহে কাটি লৈ গ'ল। ৰেঞ্জ অফিচাৰে আগধন হিচাপে টকা পাঁচশ দি পঠাইছে বুলি ফৰেষ্ট গাৰ্ড এজনে গাচিং গাৰোক দি গ'ল।

এল পি স্কুলখনৰ ফালে বাৰীৰ ঢাপত থকা প্ৰকাণ্ড চেগুন দুজোপাৰ উঠিল দাম ফৰেষ্ট ৰেঞ্জ অফিচাৰ জয়নাল আবেদিনে দি যাবহি বুলি বৰ আশাৰে গাচিং গাৰোৱে বাট চাইছিল। আগধন হিচাপে দিয়া টকা পাঁচশৰ বাদে প্ৰকাণ্ড চেগুন দুজোপাৰ বাবে আৰু এটকাও বেছি গাচিং গাৰোৱে নাপালে।

'ইমান ডাঙৰ চেগুন দুজোপাৰ বাবে তই টকা পাঁচশহে পালি।' মদন ৰাভাই পুতৌ লগা ভাবত গাচিং গাৰোলৈ চাই ক'লে।

'আৰু পাম বুলি ভাবিছিলো যদিও নাপালো। টকা বিচাৰি মই ক'তনো যাম?'

'গাচিঙৰ চেগুন দুজোপাৰ বাদেও ডাঙৰ হাকিমে ইয়াৰ পৰা শাল কাঠো গুৱাহাটীলৈ লৈ গৈছে। ৰেঞ্জাৰ চাহাবে কাঠ আৰু অ'চিয়ে ট্ৰাক ঠিক কৰি দিয়ে।

দেনা চাংমাই অলপ তাচ্ছিল্যৰে কোৱা কথা শুনি মদন ৰাভাই তালৈ চাই সুধিলে, 'তই এইবোৰ কথানো ক'ত গম পালি।'

'মানুহে কোৱা শুনো। আমাৰ ইয়াৰ পৰা শালকাঠ থানালৈ বুলি লৈ যোৱা মানুহবোৰেইচোন কয়। তই শুনা নাই নেকি?'

'মই এইবোৰ কথাত লাগি থাকিবলৈ সময়েই নাপাওঁচোন।'

'তই অলপ অৰ্কৰাতো! সেয়ে বহুত কথা গম নাপাব আৰু মানুহে তোক কথা শুনাবলৈও সুবিধা পায়। খৰি বিক্ৰী কৰি থাকোতে গোৱালপাৰাত ডাঙৰ হাকিমজনে তোৰ লগত যিবোৰ কথা পাতিছিল মই চব শুনি আছিলো দে।'

'তেতিয়া হ'লে তই এষাৰো মাত মতা নাছিলি কেলেই?'

'মাতিলে কি লাভ হ'ব? ডাঙৰ হাকিমসকলৰ কথাবোৰেই অলপ বেলেগ। ফৰেষ্ট অফিচাৰ আৰু অ'চিয়ে আমাৰ খৰিৰ বোজাবোৰ জীপত তুলি লৈ যাওঁতে আমি জোপোহাৰ কাষত থাকি তোৰ লগত কথা পতাবোৰো শুনিছিলো দে।'

দেনা চাংমাৰ কথা শুনি খং ভাৱতে মদন ৰাভাই ক'লে, 'পুলিচ দেখি তইঁতি আকৌ পলাই গ'লি বুলিহে ভাবিছিলো। তইঁতিও কম মানুহ নহব, মোৰ লগত আন মানুহে কথা পতাবোৰ শুনি থাকিবি নিজে হ'লে একো নামাত।'

'এহ্, আমি অসমীয়া ভালকৈ ক'ব নোৱাৰো বাবে ডাঙৰ হাকিমৰ লগত কথা পাতিবলৈ টান পাওঁ। কিন্তু অসমীয়া ভাষা হ'লে ভালকৈ বুজি পাওঁ দেই। থানাত কোনো দিনেই দেখা নাই বুলি অ' চিয়ে যে তোক ধমক দিছিল, কৌলৈ দিছিল তই জাননে?'

'সেই বেয়া ল'ৰাবোৰ মানে আমাৰ ফালে বন্দুক-বাৰুদ লৈ অহা ল'ৰাবোৰ

মোৰ ঘৰত থাকে আৰু মই থানাত খবৰ নিদো বুলি ভাবি ধমক দিছিল যেন পাওঁ।'

'তই সঁচাই অকঁৰা অ' মদন। বন্দুক লৈ ঘূৰি ফুৰা ল'ৰাৰ খবৰ পালেও আমাৰ শালনিবাৰীৰ নিচিনা ভিতৰুৱা ঠাইত থানাৰ অ'চিজনে আহিব বুলি ভাবিছনে! মিলিটাৰী হ'লে বেলেগ কথা।'

'তেতিয়া হ'লে অ'চিয়ে মোক কিয় ধমক দিলে বুলি ভাবিছ?' দেনা চাংমালৈ চাই মদন ৰাভাই সুধিলে।

বিড়ি এটা জ্বলাই লৈ দীঘলীয়া হুপা এটা মাৰি দেনা চাংমাই ক'লে,

'এতিয়া আচল কথাতো শুন। থানাত তোক এবাৰো লগ পোৱা নাই বা থানালৈ তই এবাৰো যোৱা নাই বুলি অ'চিয়ে ধমক দিয়াৰ অৰ্থ হ'ল শাল কাঠ খৰি হিচাপে বিক্ৰী কৰি পোৱা টকাৰ এটা অংশ মাহেকীয়া ফিজ হিচাপে তই থানাত জমা দিয়া নাই। অ'চিৰ খং তাতেই, আমাৰ তাত বেয়া ল'ৰা অহাৰ বাবে নহয়।'

'তই সঁচাই কৈছতো?'

'একেবাৰে সঁচা কথা। এই আমাৰ ইয়াৰ ফৰেষ্ট অফিচাৰ আবেদিন চাহাবৰ কথাবোৰ ইমান মিঠা কেলেই। এই কথাও মই জানো।'

'ক'চোন; তোৰ কথাবোৰ শুনি ভাল লাগিছে।'

'এক নম্বৰ কথা হ'ল আবেদিন ছাৰে আমাৰ লগত মিলিজুলি চলি নাথাকিলে আমাৰ শালনিবাৰীৰ পৰা ইমানবোৰ শাল গছ চোৰাং কাঠ ব্যৱসায়ীৰ লগত লগ লাগি কাটি নিব নোৱাৰে। আমি ক'ৰবাত লগাই দিম বুলি ফৰেষ্টৰ মানুহৰ ভয় এটা আছে। সেই কাৰণে আমি খৰি ফালি বিক্ৰী কৰি খাই থাকিব পৰাকৈ দুই-এজোপা বেয়া শাল গছ কাটি জংঘলত পেলাই থৈ দিয়ে।'

'কথাটো হয় জানো?' দেনা চাংমাৰ কথা শুনি সন্দেহ প্ৰকাশ কৰি কোৱাৰ দৰে কৈ মদন ৰাভাই তালৈ প্ৰশ্নবোধক চাৱনিৰে চাই ৰ'ল। হাতৰ বিড়িটো হুপি কাঁহ মাৰি দেনা চাংমাই ক'লে,

'একেবাৰে সঁচা কথা। আমাক টানকৈ কথা নোকোৱাৰ আনটো কাৰণ হ'ল ৰেঞ্জাৰ আবেদিন চাহাব আমাৰ গোৱালপাৰাৰে লক্ষীপুৰ ফালৰ মানুহ। একেই জিলাৰ মানুহ বুলি আমাৰ প্ৰতি তেখেতৰ মৰম এটা আছে।'

'তই ভাল কথাবোৰ কোৱা আৰম্ভ কৰিছ অ'ই দেনা। এইবোৰ এতিয়া বাদ দে। এলবাৰ্টৰ পৰা কি কি ধাৰত লব, ল। দেৰীয়েই হ'ল, ঘৰলৈ যাব লাগে।' গাচিং গাৰাৱে দেনা চাংমালৈ চাই ধেমেলীয়া সুৰত ক'লে।

'মই কোৱা কথাবোৰৰ অৰ্থ বুজিবলৈ চেষ্টা কৰিবি অ'ই গাচিং। আমি অসমীয়া ভাষা ভালকৈ নাজানো, শালনিবাৰীৰ দৰে শালগছৰ জংঘলৰ মাজত

যথেষ্ট ভিলেজত থাকো, আমি একো নাজানো বুলি ডাঙৰ চাহাবসকলে ভাবে চাগে। অ' পাহৰিছিলোৱেই। আবেদিন চাহাব লক্ষীপুৰ ফালৰ মানুহ হৈ আমাৰ প্ৰতি ভাল পোৱা ভাব এটা নথকাহেঁতেন তোৰ বাৰীৰ ঢাপৰ সেই প্ৰকাণ্ড চেগুন দুজোপাৰ বাবে তই টকা পাঁচশ পাম বুলি ভাবিছিলি নেকি? অন্য অফিছাৰ হোৱা হ'লে তই এপইচাও নাপালিহেঁতেন।'

'চাংমা জাতিবোৰে বৰ কথা ক'ব জানে অ'। মেঘালয়ত তহঁতৰ চাংমা মানুহ মিনিষ্টাৰ, ডাঙৰ অফিচাৰ আছে বুলি শুনিছো। তয়ো মেঘালয়লৈকে গুচি গ'লে মিনিষ্টাৰকে হ'ব পাৰিলিহেঁতেন।'

গাচিং গাৰোৱে খেমেলীয়া সুৰত কোৱা কথা শুনি ডাঙৰকৈ হাঁহি মাৰি দেনা চাংমাই ক'লে,

'পৰা হ'লেতো মেঘালয়লৈ গুছি গ'লোহেঁতেন কেতিয়াবাই। এতিয়াচোন আমি মেঘালয়তে এলবাৰ্ট চাংমাৰ দোকানত বহি আছো। একেই জাতৰ হ'লেও এলবাৰ্টহঁতে আমাক মেঘালয়লৈ সোমাবলৈ নিদিয়ে। সেই কাৰণে সি আমাৰ ইয়াত অসম-মেঘালয় সীমাতে দোকান দি সীমাৰখীয়াৰ নিচিনা বহি আছে দেখা নাই জানো?

'অ'ই তহঁত কেইটাই মোৰ নাম লৈ কি কথা পতাত লাগিলি? অসম-মেঘালয় সীমাতো মইহে বনাইছিলো নেকি? অসমতে থাকনে, মেঘালয়তে থাক তহঁতৰ ইচ্ছা দেই। মোক এইবোৰ কথাত সাঙুৰি নল'বি। কেতিয়াবা সীমা বিবাদ হ'লে তহঁতিও মৰিবি ময়ো মৰিব লাগিব।'

ইমান পৰে মনে মনে বহি থাকি মদন ৰাভা, গাচিং গাৰো আৰু দেনা চাংমাইহঁতে পতা কথা শুনি থাকি তাৰ নাম লোৱা দেখি দোকানখনৰ মালিক এলবাৰ্ট চাংমাই মাত লগালে। এলবাৰ্ট চাংমাৰ ফালে চাই দেনা চাংমাই ক'লে,

'কথা প্ৰসংগত তোৰ নামতো ওলাল অ'ই। বেয়া নাপাবি। তোৰ নামতো লোৱা বাবে আমাক বস্তু ধাৰে নিদো নক'বি আকৌ। আজি চাউল দাইল ধাৰে নিদিব লাগিলে ঘৰৰ মানুহ লঘোণে থাকিব আৰু।'

'ধাৰত যিমান বস্তু লাগে লৈ যাবি। মই নিদিও বুলি কোৱা নাই। অসম-মেঘালয় বুলি কৈ মোৰ নামতো লোৱা বাবেহে তহঁতক মই মোৰ নাম নল'বলৈ কৈছো। আজিকাল মানুহক চিনি পোৱা টান হৈ পৰিছে বুজিছ। অসমৰ মাটিত মোৰ এই দোকানখন বহিছে বুলি তহঁতি কথা পাতি থকা চাহাববোৰে গম পালেতো মোৰ সৰ্বনাশেই হ'ব দেখোন।'

'এৰা আজিকালি মানুহক চিনি পাবলৈ বৰ দিগদাৰ হৈ পৰিছে। আমাৰ দৰে জংঘলৰ খৰি বিক্ৰী কৰি খোৱা মানুহৰ জীয়াই থকাতোৱেই সমস্যা হৈ পৰিব যেন লাগিছে।'

কথাখিনি কৈ দেনা চাংমাই দীঘলীয়া হুমুনিয়াহ এটা কাঢ়িলে। ভোকে-লঘোণে থকা মদন ৰাভাৰ আৰু বেছিকৈ কথা পাতিবৰ মন নগ'ল। চৰকাৰে বন্ধ কৰা আপুৰুগীয়া শাল গছ কাটি খৰি হিচাপে বিক্ৰী কৰা বাবে বেয়া পোৱা ডাঙৰ হাকিমজনৰ কথা মনত পৰি মদন ৰাভাৰ হঠাৎ খং উঠি গ'ল। শালনিবাৰীৰ পৰা চেগুন আৰু শাল কাঠ নি গুৱাহাটীৰ ঘৰত লগোৱা কথাতো আগতে গম পোৱা হ'লে ডাঙৰ হাকিমজনক ইমান কথা কোৱাৰ সুবিধা নিদিলোহেঁতেন বুলি মদন ৰাভাই ভাবিলে। দেনা চাংমাই কোৱাৰ দৰে আজিকালি মানুহক চিনি পোৱাই মস্কিল যেতিয়া তাৰ অতি চিনাকি ঘৈণীয়েক গিৰিবালা আৰু সন্তান কেইটাক মিছাতে খঙত বনৰীয়া আলু-কচু খাই থাকিবলৈ কোৱাতো ভুল হ'ল বুলি মদন ৰাভাৰ মনত অনুশোচনা আহিল।

এলবাৰ্ট চাংমাৰ দোকানৰ পৰা দুসাজৰ বাবে চাউল, দাইল, নিমখ আদি ধাৰত লৈ মদন ৰাভাই ঘৰলৈ বুলি খৰধৰকৈ খোজ পেলালে। ভোকে-লঘোণে থকা ঘৈণীয়েকক গধূলিতে ভাত বনাবলৈ দি ল'ৰা-ছোৱালীকেইটাৰ লগত একেলগে ৰাতিৰ সাজ ভাত খাই সোনকালে শুব লাগিব বুলি ভাবি এলবাৰ্ট চাংমাৰ দোকানৰ পৰা  গুচি আহোতে গাচিং গাৰো আৰু দেনা চাংমাক মাত লগাই অহিবলৈকে মদন ৰাভাই পাহৰিলে। পিছদিনা পুৱাই খৰি কাটিবলৈ যাওঁতে হাবিত লগ পামেই বুলি ভাবি অনাহকত ঘৈণীয়েক গিৰিবালাক মনোকষ্ট দিয়া বাবে মদন ৰাভাৰ মনতো বেয়া লাগিল। এইবাৰৰ পৰা পৃথিৱীৰ যিমান ডাঙৰ হাকিমৰ লগতেই কথা নাপাতক, যেনে ধৰণৰ কথাই নাপাতক, বাহিৰৰ খং ঘৰলৈ আনি ঘৈণীয়েক আৰু সন্তান কেইটাক অনাহকত কষ্ট আৰু নিদো বুলি ভাবি শালনিবাৰীৰ শালগছৰ তলেদি লুংলুঙীয়া ৰাস্তাইদি মদন ৰাভা খৰধৰলৈ আহি থাকোতে পৃথিৱীত আন্ধাৰ নামিব ধৰিছিল।

# কাৰেং চাপৰিত চকুলো

জীয়াই থকাৰ মোহ জলেশ্বৰ পাংগিঙে যেন একেবাৰে হেৰুৱাই পেলালে।। গোটেই জীৱন প্ৰাকৃতিক দুৰ্যোগৰ লগত যুঁজ কৰি কৰি ভাগৰি পৰা যেন লাগিল জলেশ্বৰ পাংগিঙৰ। এসময়ৰ উজনি মাজুলীৰ বাসিন্দা জলেশ্বৰ পাংগিঙে জ্ঞান হোৱা নিদৰে পৰা বানপানী, গৰাখহনীয়া, অভাৱ-অনাটনৰ লগত যুঁজ দি আহি য়াযাবৰী মানুহৰ দৰে বহু আশা বুকুত বান্ধি কাৰেং চাপৰিত থিতাপি লৈছিলহি। আশা কৰিছিল কাৰেং চাপৰিত যেন উজনি মাজুলীত পোৱা অভাৱ অনাটনৰ কৰুণ অভিজ্ঞতাবোৰ আঁতৰ হ'ব। কিন্তু জলেশ্বৰ পাংগিঙৰ আশাবোৰ আশা হৈয়ে ৰ'ল।

বানপানী, গৰাখহনীয়াত সকলো হেৰুৱাই উজনি মাজুলীৰ পৰা উঠি আহি কাৰেং চাপৰিত কোনোৰকমে চাংঘৰ এটা সাজি ৰাইজৰ লগত ইকৰা-খাগৰিৰ হাবি ভাঙি খেতি কৰি কেইবাটাও বছৰ ভালদৰেই জলেশ্বৰ পাংগিঙে পাৰ কৰাই দিছিল। বয়সে ভাটি দিবলৈ আৰম্ভ কৰিলেও পলসে ভৰা নতুন চাপৰিত সহজতে ধান-মাহ-সৰিয়হ পোৱাত, পুৰা-গধূলি খাল-ডোঙত সহজতে পোৱা মাছৰ আঞ্জাৰ লগত পঃৰঃ আপং হেঁপাহ পলুৱাই খাবলৈ পোৱাত জলেশ্বৰ পাংগিঙৰ সৰগ ঢুকি পোৱা দৰে লাগিছিল। উজনি-মাজুলীত পোৱা তিতা-কেঁহা অভিজ্ঞতাবোৰ পাহৰি যাবলৈ আৰম্ভ কৰিছিল।

কাৰেং চাপৰিৰ নাতি দূৰৈত ব্ৰহ্মপুত্ৰ নৈখন বৈ যোৱা সত্ত্বেও উজনি মাজুলীত দেখি অহা বাৰিষাৰ উগ্ৰমূৰ্তি ধৰা ব্ৰহ্মপুত্ৰৰ কালগ্ৰাহী ৰূপ জলেশ্বৰ পাংগিঙে বহুবছৰ দেখা পোৱা নাছিল। সুখে-সন্তোষে দিনবোৰ পাৰ কৰি যাব ধৰোতেই এইবাৰৰ হঠাৎ অহা বানে সকলো নিঃশেষ কৰি থৈ গ'ল। জলেশ্বৰ পাংগিঙৰ সা-সম্পত্তি বুলিবলৈ অৱশ্যে বিশেষ একোৱেই নাছিল। কাঠ-বাঁহ, ইকৰা-খাগৰিৰে বনোৱা সৰু এটা চাংঘৰ, চাংঘৰৰ মাজতে পতা জুইশালৰ এপাৰে গিৰীয়েক-ঘৈণীয়েকহাল আৰু সিপাৰে ল'ৰা-ছোৱালীকেইটা কোনেৰকম শুব পৰাৰ ব্যৱস্থা কৰি লৈছিল। জুইশালৰ ওপৰত ওলোমাই বান্ধি ৰখা বাঁহৰ চাঙত আপং ভৰাবৰ বাবে শুকুৱাই ৰখা কেইটামান মাটিৰ কলহ, নিমখৰ চুঙা আদি, একেবাৰে ওপৰৰ কুম্বাঙত মাছ ধৰা চেপা-ডিঙৰা আৰু খেতি-বাতি কৰা কেইপদমান সঁজুলি আছিল। কাপোৰ-কানি বুলিবলৈ শুৱা শিতানৰ ফালৰ ইকৰাৰ বেৰৰ সমান্তৰালকৈ এডাল বাঁহ বান্ধি চঃপন বনাই লৈ ওলমাই থোৱা কাপোৰখিনিয়েই আছিল। অৱশ্যে ঘৈণীয়েক মেঘনি পাংগিঙৰ বাবে কঠাল গছৰ কাঠেৰে পেৰা এটা বনাই দিছিল। পেৰাটোত গাদু-গাছৰ এখন, ঘৈণীয়েকে উৎসৱ-

পাৰ্বণে পিন্ধা কেইজোৰমান মিচিং মেখেলা-চাদৰ ৰাখিছিল। তদুপৰি কাঁহৰ-বাচন-বৰ্তনো কিছু আছিল। কাঁহৰ বাচন-বৰ্তনৰ ভিতৰত দৈনিক পুৱা-গধূলি পঃৰঃ আপং লৈ খোৱা জলেশ্বৰ পাংগিঙৰ অতি আদৰৰ কাঁহৰ বাতিটোও আছিল। ঔটেঙা গছৰ কাঠেৰে বনোৱা লগোৱা দিনৰে পৰা হেলনীয়াকৈ থকা চাংঘৰ দুৱাৰৰ কাষতে আছিল কেইজনীমান মুৰ্গীৰ বাবে ৰখা দুটামান পীটঃতীৰ।

এইখিনি সম্পত্তিৰ বাদেও জলেশ্বৰ পাংগিঙৰ চাংঘৰৰ তলত আছিল কেইটামান গাহৰি, তুংগীঙৰ সন্মুখৰ মাটিত আছিল ধানবনা এটা কিঃপাৰ আৰু তাৰ পূবদিশে আছিল কঠাল গছৰ কাঠেৰে বনোৱা এখন টুলুঙা নাও। এই টুলুঙা নাও বনোৱা কঠাল জোপাৰ থাকি যোৱা কাঠেৰেই ঘৈণীয়েক মেঘনিলৈ বুলি জলেশ্বৰ পাংগিঙে কাঠৰ পেৰা এটা বনাই দিছিল। ঘৈণীয়েকলৈ মৰমৰ চিন স্বৰূপে কাঠৰ পেৰাত বহলকৈ বনোৱা খুৰাত মতা সিংহৰ মূৰৰ ছবিও খোদাই কৰি দিছিল। আন আন সম্পত্তিৰ ভিতৰত এহাল গৰু, দুজনীমান ছাগলী আৰু দুটা কুকুৰো জলেশ্বৰ পাংগিঙৰ আছিল।

এইবাৰৰ হঠাৎ অহা চাংঘৰৰ মুধচ চুকি পোৱা প্ৰলয়ঙ্কৰী বানে জলেশ্বৰ পাংগিঙৰ এই সকলো সম্পত্তি উটুৱাই লৈ গ'ল। আৰ্চন কাঠৰ খুটাৰে বনোৱা অতি মৰমৰ চাংঘৰটোও বানপানীৰ প্ৰবল সোঁতে উটুৱাই লৈ গ'ল। গাত পিন্ধি থকা ধোঁৱা বৰণীয়া আঁঠুলৈকে পৰা ধুতি আৰু ফটা গেঞ্জিটোৰ বাদে কাপোৰ বুলিবলৈ জলেশ্বৰ পাংগিঙৰ একোৱেই নাথাকিল। ঘৈণীয়েক, ল'ৰা-ছোৱালী কেইটাৰো অৱস্থা একেই হ'ল। হঠাৎ অহা বানে যেন সকলো নিঃশেষ কৰি হঠাৎ গুচি গ'ল। পানী কমাৰ লগে লগে কাৰেং চাপৰিৰ খেতিৰ মাটিকেইডৰা দেখি জলেশ্বৰ পাংগিঙৰ মূৰত সৰগ পৰা যেন হ'ল। কাৰেং চাপৰি যেন এক বিশাল মৰুভূমিহে। চাৰিওফালে বালি আৰু বালি! খেতিৰ মাটিত এইবাৰৰ বানপানীয়ে পলসৰ সলনি বালিৰে পুতি থৈ গ'ল। এতিয়া জলেশ্বৰ পাংগিঙে কৰে কি!

কাৰেং চাপৰিৰ মথাউৰিত বহি ভয়াবহ ভৱিষ্যতৰ কথা ভাবি জীয়াই থকাৰ হেঁপাহ হেৰুৱাই পেলোৱা জলেশ্বৰ পাংগিঙৰ অতীতৰ উজনি মাজুলীৰ কথা, কাৰেং চাপৰিত পতা আলি আই লিগাঙৰ কথা মনত পৰিল।

উজনি মাজুলীত ল'ৰালি কাল পাৰ কৰি অহা জলেশ্বৰ পাংগিংহঁতৰ ঘৰখনৰ আৰ্থিক অৱস্থা বৰ ভাল আছিল। আৰ্থিক অৱস্থা ভাল বাবে বাপেকে জলেশ্বৰক দুমাইলমান আঁতৰত থকা এল পি স্কুলত নাম লগাই দিছিল। কিন্তু স্কুললৈ যাওঁ বুলি ঘৰৰ পৰা ওলাই গৈ জলেশ্বৰ পাংগিঙে নাওবোৱা, সাঁতোৰ, মাছ ধৰা আদিত দিনটো পাৰ কৰি দিছিল। পঢ়া-শুনাতকৈ সাঁতোৰা, নাওবোৱা, মাছ ধৰা আদিতহে বেছি ৰাপ থকাত এল, পি, স্কুলৰ মাষ্টৰ কানাই দলেয়ে তাৰ নাম জলেশ্বৰ দিছিল। আৰু ঘৰত মতা শুদু নামৰ উৎপতীয়া ল'ৰাটোৱেই জলেশ্বৰ পাংগিং নামে পৰিচিত হৈ পৰিছিল।

অৱশ্যে ঘৰৰ আৰ্থিক অৱস্থা ভাল হ'লেও কাৰেং চাপৰিৰ দৰেই জলেশ্বৰ পাংগিওৰ ল'ৰালি কালৰ উজনি মাজুলীত ৰাস্তা-পদূলি বুলিবলৈ একো নাছিল। হাস্পাতাল, ডাকঘৰ, পানী যোগান, বিজুলী যোগান, পকী স্কুলঘৰ আদি জাতীয় ব্যৱস্থা জলেশ্বৰ পাংগিওে উজনি মাজুলীত তেতিয়াও দেখা নাছিল আৰু এতিয়াও কাৰেং চাপৰিতো দেখা পোৱা নাই। উজনি মাজুলীৰ ল'ৰালি কালৰ সমনীয়া বন্ধু নিবোকা যেন লগা ৰতন পেগুৱে কিন্তু তেনে অৱস্থাৰ পৰাও ডাঙৰ অফিচাৰ হৈছিলগৈ বুলি জলেশ্বৰ পাংগিওে গম পাইছিল।

অভিশপ্ত ব্ৰহ্মপুত্ৰৰ বানপানী আৰু খহনীয়াই জলেশ্বৰ পাংগিওৰ উজনি মাজুলীৰ গাঁওখন নিঃশেষ কৰাত গাঁওখনৰ মানুহবোৰে য'তে-ত'তে পুনঃ সংস্থাপন বিচাৰি গুচি যাব লগাত পৰিছিল। কিছু পৰিয়াল শিৱসাগৰৰ মৰাণ-আমগুৰিৰ ফালে গ'ল। কিছু পৰিয়াল গোলাঘাট-মেৰাপানীৰ ফালে গ'ল আৰু জলেশ্বৰহঁত আহিল ধেমাজিৰ কাৰেং চাপৰিলৈ। বহু বছৰ বানপানী, গৰাখহনীয়াৰ মুখ নেদেখা কাৰেং চাপৰিৰ ৰাইজে যোৱাবাৰ ফাগুনৰ প্ৰথম বুধবাৰে মিচিং ৰাইজৰ অতি প্ৰিয় আলি আই লিগাং পতাত আগভাগ লৈছিল জলেশ্বৰ পাংগিওেই। লিগাং উৎসবৰ দিনা পঃৰঃ আপং খাই গাঁৱৰ ৰাইজৰ লগত কথা পাতোতে আপওৰ জলেশ্বৰ পাংগিওে অনাৱশ্যক বহু কথাই কৈ পেলাইছিল।

'এই ৰতন পেগুৰ কথা মনত পৰেনে জলেশ্বৰ? সি ডাঙৰ অফিচাৰ হ'ল বোলে! এতিয়া ক'ত থাকে বাৰু। 'গাঁৱৰে বুবাই মিলিয়ে লিগাঙৰ দিনা আপং খাই থাকোতে জলেশ্বৰ পাংগিওক সুধিছিল।

'অ' আমাৰ সৰুকালৰ লগৰীয়া সেই নিবোকা ৰতন পেগুৰ কথা সুধিছ নেকি? তাহাঁতৰ পৰিয়ালটো গোলাঘাটৰ মেৰাপানীৰ ফালে যোৱা নাই জানো? ৰতনে এতিয়া ডাঙৰ অফিচাৰ হৈ গুৱাহাটীত থাকে হেনো। সিচোন আমাৰ খবৰেই নলয়, আমিনো তাৰ খবৰ ল'ব লাগে কেলেই?'

জলেশ্বৰ পাংগিওৰ খং মিশ্ৰিত কথা শুনি বুবাই মিলিয়ে ক'লে, 'এহ্ হঠাৎ মনত পৰাত এনেই সুধি পেলালো।'

'ডাঙৰ মানুহৰ কথা মনত পেলাই লাভ নাই অ' বুবাই।'

'কেতিয়াবা কামত লাগিবও পাৰে। আমাৰ গাঁৱৰে দুই-এটা ল'ৰাক গুৱাহাটীত চাকৰি-বাকৰি দিয়াব পাৰিলে বেয়া নহয়।'

বুবাই মিলিৰ কথাত জলেশ্বৰ পাংগিওে খঙৰ ভমকত একো নাই হৈ ক'লে, 'কি কথা কৱ, ৰতন পেগুৱে চাকৰি দিব! যোৱাবাৰ মোৰ ভতিজা ল'ৰাটো তাৰ ঘৰলৈ যাওঁতে মোৰ কথা কোৱা সত্বেও ঘৰতে সোমাবলৈ নিদিলে বোলে। টকা-পইচা নহ'লে আজিকালি ৰতন পেগুৱে একো কামেই নকৰে হেনো। আপোন-পৰ বুলিবলৈ তাৰ হেনো একো নাই, চব কথাতে টকা-পইচাৰ লেন-দেন। চাল্লা বাপ্পেকে—।'

'নিজে নেদেখাকৈ আনৰ বদনাম গাব নাপায় অ' জলেশ্বৰ। ৰতন পেগু ইমান বেয়া মানুহ নহয় যেন লাগে।'

'দেখান কোন বেয়ানো! আমাৰ গাঁৱত ৰাস্তা-পদূলি হ'ব, বিজুলী বাতি হ'ব, পকা স্কুলঘৰ হ'ব, খোৱা পানীৰ যোগান ধৰিব ইত্যাদিৰ কথা এম এল এ-মিনিষ্টাৰ, ডাঙৰ অফিচাৰ আহিলেই কৈ যায়চোন। ইমান বছৰে এইবোৰ হোৱা তইঁতি দেখিছনে? ডাঙৰ মানুহৰ প্ৰতি মোৰ হ'লে বিশ্বাস নাইকিয়া হৈ গৈ আছে।'

জলেশ্বৰ পাংগিঙে আপঙৰ নিচাত কোৱা কথা বুলি ভাবি বুবাই মিলিয়ে ক'লে, 'তই পানী, মাছ-কাছৰ লগত ডাঙৰ হোৱা মানুহ, এইবোৰ কি কথা ক'ব! কোনোবাই এইবোৰ কথা লগাই দিলে পাবি গমটো।'

'অ' মই ডাঙৰ মানুহক ভয় কৰো বুলি ভাবিছ। পানীৰ লগত যুঁজি যুঁজি আজি এই অৱস্থাত কাৰেং চাপৰিত আছোহি। কাকো ভয় কৰিবলৈ নাই বুজিছ। কেলেই আমাৰ এই দলে ইঞ্জিনিয়াৰে আমাৰ ইয়াৰ মথাউৰি বনাইছো বুলি ডিব্ৰুগড় চহৰত অট্টালিকা সাজি আছেগৈ হেনো! আজি গাঁৱৰ মানুহে এইবোৰ নাজানো বুলি সিহঁতে ভাবে চাগে।'

'এই বুঢ়াটোৰ নিচা হ'ব পায়, ব'ল ব'ল ঘৰলৈ যাওঁ।' জলেশ্বৰ পাংগিঙৰ আপঙৰ নিচাত কোৱা কথা শুনি ঘৈণীয়েক মেঘনি পাংগিঙে ক'লে।

'খবৰদাৰ বুঢ়ী, বাইজৰ আগত মোক নিচা হোৱা বুলি নক'বি। উৰ্জনি মাজুলীৰ পৰা ইমান দূৰ আহি কাৰেং চাপৰিত তোক খুৱাই-বোৱাই ৰাখিছো। পৃথিৱীৰ চব খবৰ মই ৰাখো, সেয়ে এইবোৰ কৈছো— তই আকৌ মোক নিচা হোৱা দেখিলি।'

'ইচৰ্ অই ইচৰ্, এইবোৰ মানুহৰ আগত মুখ মেলাও বিপদ!' ঘৈণীয়েক মেঘনিয়ে ক'লে।

পৰিৱেশটো উত্তপ্ত হোৱা যেন পাই আন প্ৰসঙ্গ অনাৰ ছলেৰে বুবাই মিলিয়ে ক'লে, 'এইবোৰ এতিয়া বাদ দে জলেশ্বৰ। এই লিগাঙৰ পিছতে মানে বাৰিষাৰ আগতে আচি উঃ য়ু এটা পাতিলে কেনে হয়। বহু বছৰ বানপানী দেখা নাই, মোৰ মনটো কেনেবাখন লাগি আছে! কেতিয়াবা যদি হঠাৎ বান আহি যায়! মিচিং মানুহ য'ত থাকে তাত বানপানী এবাৰ নহয় এবাৰ আহেই!'

বুবাই মিলিৰ কথা শুনি আপঙৰ নিচাত ওফাইদাং মাৰি জলেশ্বৰ পাংগিঙে ক'লে, 'কিহৰ উঃয়ু পাত? উৰ্জনি মাজুলীত জ্ঞান হোৱা দিনৰে পৰা আচি উঃয়ু পতা দেখিলো। ক'তা আচি উঃয়ু পাতিও আমাৰচোন গাঁও, ঘৰবাৰী ব্ৰহ্মপুত্ৰই উটাই-খহাই লৈ গুচি গ'ল এইবোৰত মোৰ বিশ্বাস নাই বুজিছ। বাদ দে আচি উঃয়ু পাতিবলৈ।'

'এনেদৰে ক'ব নাপায় অ'ই বুঢ়া। দঃঞি-পঃলঃই শুনিব। কেইদিনমান শান্তিত থাকোতে আমাৰ সকাম-নিকামৰ কথা পাহৰি নাযাবি।'

'এৰা এইবোৰ কথা দঃঞি-পঃলঃ, তাংতঃ-য়াঃয়াঃ আবু-তানিসকলে শুনিলে কি হ'ব বাৰু!'

জলেশ্বৰ পাংগিঙৰ ঘৈণীয়েক মেঘনিৰ কথা শুনি শংকা মিশ্ৰিত সুৰেৰে বুবাই মিলেয়ে নিজকে কোৱাৰ দৰে ক'লে।

'তইঁতি কোনোবাই আমাৰ উঃয়ুবোৰক আজিলৈ দেখা পাইছনে? এইবোৰ চব মিছা বুজিছ। নিজ হাতে কষ্ট কৰি খেতি-বাতি কৰ, আজিৰ দৰে লিগাং পাতি খাই-বৈ থাকিব পাবি। এই জলেশ্বৰ পাংগিঙে ভূত-প্ৰেত, দেৱ-দেৱীক বিশ্বাস নকৰে বুজিছ।'

জলেশ্বৰ পাংগিঙৰ কথা শুনি সেইদিনা লিগাঙত গোট খোৱা ৰাইজ মৰ্মাহত হৈছিল। আচি উঃয়ুৰ দৰে সাতাম পুৰুষীয়া বিশ্বাসৰ ওপৰত টুলুঙা মন্তব্য কৰাত ৰাইজে মনত আঘাত পাইছিল। জলেশ্বৰ পাংগিঙে আপঙৰ নিচাত কথাবোৰ কৈছে, দঃঞি-পঃলঃ, আচি উঃয়ু আদিয়ে যাতে তাৰ বাবে বেয়া নাপাই এইবুলি ভাবি ৰাইজৰ প্ৰত্যেকেই দঃঞি-পঃলঃলৈ মৌন প্ৰাৰ্থনা জনাই সেইদিনা লিগাংস্থান ত্যাগ কৰিছিল।

আৰু আজি মথাউৰিৰ পাৰত বহি কেইদিনমানৰ ভিতৰতে প্ৰলয়ঙ্কৰ বানে কাৰেং চাপৰিৰ বহু মিচিং গাঁও নিঃচিহ্ন কৰি পেলোৱাত জলেশ্বৰ পাংগিঙৰ এইবোৰ কথা মনত পৰিছে। লিগাঙৰ দিনা আচি উঃয়ুক উপলুঙা কৰা বাবেই এইবাৰ বানে সকলো নিঃশেষ কৰি যোৱা নাইতো! নে নৈপৰীয়া মিচিং জাতিটো নিঃশেষ কৰিব বিচাৰি আছে! অসম বা পৃথিবীৰ আন ঠাইৰ বানপানীৰ প্ৰতি জ্ঞান নথকা, ভোকে-লঘোণে থকা জলেশ্বৰ পাংগিঙে আৰু ভাবিব নোৱাৰিলে। অতি মৰমৰ চাং ঘৰটো বানত উটি যোৱা, গাত পিন্ধি থকা কাপোৰখিনিৰ বাদে লজ্জা নিবাৰণৰ বাবে আৰু এজোৰ মেখেলা-চাদৰ নথকা ঘৈণীয়েকৰ মঙহহীন শৰীৰৰ দৃশ্য চকুত ভাঁহি উঠাত জলেশ্বৰ পাংগিঙৰ দুচকুৰেদি দুটোপাল চকুলো বাগৰি আহিল। তেতিয়া দূৰণিৰ পৰা কৰুণ ঐনিঃতমৰ সুৰ এটি ভাঁহি আহিছিল।

শব্দ অৰ্থঃ

পঃৰঃ আপং-ঘৰত তৈয়াৰ কৰা ছাঁই মদ।

কুম্বাং- বস্তু শুকুৱাই ৰাখিবলৈ জুই শালৰ ওপৰত এডাল বাঁহ বা কাঠ বান্ধি আলনাৰ দৰে কাপোৰ থোৱা আহিলা।

গাদু গাছৰ- মিৰি-জিম। মিচিং মানুহৰ অতি আদৰৰ নিজ তাঁতশালত কপাহেৰে বোৱা কম্বল।

পীঃতীৰ্-মুৰ্গী ৰখা বাঁহৰ টোম।

তুংগীং-চাংঘৰৰ বাৰান্দা।

কিঃ পাৰ-ধান খুন্দা উৰাল।

আলি আই লিগাং-কৃষি উৎসৱ। ফাগুন মাহৰ প্ৰথম বুধবাৰে মিচিংসকলে এই উৎসৱ পাতে আচি উঃয়ু- জল দেৱতা।

দঃঞিঃ-পঃলঃ- সূৰ্য-চন্দ্ৰ দেৱতা। সূৰ্যক মাতৃ আৰু চন্দ্ৰক পিতৃ দেৱতা হিচাপে মিচিংসকলে জ্ঞান কৰে। পূজা-পাৰ্বণত দঃঞিঃ-পঃলঃৰ নাম সৰ্বপ্ৰথমে স্মৰণ কৰে।

তাঃ তঃ-য়াঃয়ঃ-ককা-আইতা।

আবু-তানি-প্ৰ-পিতামহ।

ঐনিঃতম্-মিচিং বনগীত বা বিহুগীত।